# চন্দ্ৰগুপ্ত

জয়শঙ্কৰ প্ৰসাদ

অনুবাদিকা
নিৰুপমা ফুকন




সাহিত্য অকাদেমী
নতুন দিল্লী

*Chandragupta*. Assamese translation by Smt. Nirupama Phukan of Jai Sankar Prasad's Hindi play of the same name. Sahitya Akademi, New Delhi, 1966. Rs 6·00



সাহিত্য অকাদেমী
ৰবীন্দ্র ভবন, ফিৰোজ শাহ্ ৰোড, নিউ দিল্লী ১
ৰবীন্দ্র সৰোবৰ ষ্টেডিয়াম, ব্লক ৫বি, কলিকতা ২৯
১৮বি মাউণ্ট ৰোড, মাদ্রাজ ৬

মুদ্রক : শ্রীকালীচৰণ পাল
নবজীৱন প্রেছ
৬৬ গ্রে ষ্ট্রীট, কলিকতা ৬

মূল্য ৬·০০

অঙ্গণ-বেদী বসুধা কুল্যা জলধিঃ
স্থলী চ পাতালম্।
বল্মীকশ্চ সুমেৰুঃ, কত-
প্রতিজ্ঞস্য বীৰস্য ॥

—হৰ্ষচৰিত—

# ভূমিকা

১৯৩৭ চনত যেতিয়া 'চন্দ্রগুপ্ত' নাটকৰ ৰচয়িতা জয়শঙ্কৰপ্রসাদৰ দেহাৱসান হ'ল, তেতিয়া তেওঁৰ বয়স আছিল মাথোন ৪৮ বছৰ। নানান আলৈ-আহু-কালৰ মাজেদি ১৯০৬ চনত মাত্র সোতৰ বছৰ বয়সত তেওঁ সাহিত্যিক জীৱন আৰম্ভ কৰে। এই ত্রিশ বছৰৰ ভিতৰত প্রসাদে ন খন নাটক, তিনি খন উপন্যাস, ন খন কাব্যগ্রন্থ ( যাৰ ভিতৰত কামায়নীয়ো আছে আৰু যাক বৰ্ত্তমান হিন্দীৰ সৰ্ব্বশ্রেষ্ঠ মহাকাব্য বুলি ধৰা হৈছে ), পাঁচখন চুটি গল্প সংগ্রহ, দুখন কলা আৰু সাহিত্যিক প্ৰবন্ধ সংগ্রহ লিখিছিল। সংখ্যা আৰু বিবিধতাৰ দৃষ্টিভঙ্গিতে যে প্রসাদৰ কৃতিত্ব অনুপম আছিল এনে নহয়, বৰং ভালেমান ক্ষেত্ৰত তেওঁৰ ৰচনাবোৰ সেই যুগতকৈ বহুতো আগ বঢ়া আছিল। যেতিয়া তেওঁৰ সৰ্ব্বপ্ৰথম নাটক পাঠকৰ সন্মুখলৈ অনা হ'ল, তেতিয়া তেওঁক এই ৰূপতে অভিনন্দন জনোৱা হৈছিল। এজন বিদ্বান সমালোচকৰ মতে প্রসাদৰ সমসাময়িক সমাজে তেওঁৰ নাটকৰ সমাদৰ নকৰিলেও ভাবী যুগে নিশ্চয় তেওঁক আদৰণি জনাব।

চন্দ্রগুপ্তৰ নিচিনা নাটকত আজিৰ পাঠক আৰু দৰ্শকে অতীত আৰু বৰ্ত্তমানৰ জিলিঙনি দেখিবলৈ পায়। নাট্যসাহিত্য আৰু ৰঙ্গ-মঞ্চৰ প্রগতিৰ প্ৰতি দৃষ্টি ৰাখিয়েই তেওঁলোকে নিজৰ মতামত দাঙ্গি ধৰে। আজিৰ উপন্যাস আৰু গল্পৰ মানদণ্ডই অখিল ভাৰতীয় ৰূপ ধাৰণ কৰিব খুজিছে। কিন্তু বৰ্ত্তমান ভাৰতীয় সাহিত্যত নাট্য-ৰচনাৰ মূল্যাঙ্কন কৰা কঠিন হৈ পৰিছে, কিয়নো প্ৰত্যেক প্ৰদেশৰে এক স্বকীয়া বৈশিষ্ট্য আছে আৰু সেই কাৰণেই আজি পৰিপক্কতা আৰু প্রগতিৰ সৰ্ব্বস্বীকৃত মানদণ্ড নিৰ্দ্ধাৰণ কৰা বৰ সহজ নহয়। এতেকে জয়শঙ্কৰপ্রসাদৰ চন্দ্রগুপ্তৰ পৰিচয় হিন্দী জগতৰ পাৰিপাৰ্শ্বিক অৱস্থাতেহে দিব পৰা যায়।

এই নাটকৰ এটা অংশ প্ৰথমতে ১৯১২ চনত 'কল্যাণী পৰিচয়' নামত ছপা কৰা হৈছিল। তাৰ পাছত ১৯২৯ চনত সম্পূর্ণ নাটকখন ৰচনা কৰা

হ'ল আৰু ১৯৩১ চনত ইয়াক 'চন্দ্ৰগুপ্ত' নামত প্ৰকাশ কৰা হ'ল। তেতিয়ালৈকে প্ৰসাদে হিন্দী পাঠকৰ আগত প্ৰায় আধা ডজন নাটক দাঙ্গি ধৰিছিল। নিজৰ জীৱনৰ দীৰ্ঘকালীন অনুভূতি আৰু অভিজ্ঞতাক প্ৰাঞ্জল শৈলীৰ দ্বাৰা অমৰজ্যোতি প্ৰদান কৰিবৰ কাৰণেই হয়তো তেওঁ সাহিত্যিক জীৱনৰ আৰম্ভণিৰ ৰচনা পুনৰ হাতত লৈছিল। এই সোতৰ বছৰত ( ১৯১২ চনৰ পৰা ১৯২৯ লৈকে ) হিন্দী নাটক আৰু ৰঙ্গ-মঞ্চৰ অৱস্থা কেনেকুৱা আছিল, চন্দ্ৰগুপ্তৰ নিচিনা গৌৰৱ গ্ৰন্থৰ অনুশীলন কৰিবলৈ হলে ইয়াক জনা প্ৰয়োজন। যি সময়ত প্ৰসাদে নাট্য ৰচনা কৰিছিল, সেই সময়ত হিন্দী ৰঙ্গ-মঞ্চত পাৰ্চী থিয়েটাৰৰ কিছু প্ৰভাৱ পৰিছিল। পাৰ্চী ৰঙ্গ-মঞ্চ জনপ্ৰিয় আছিল আৰু ব্যৱসায়িক দৃষ্টিৰ ফালৰ পৰাও সম্পূৰ্ণ সফল। তাত উদ্দীপনাপূৰ্ণ কথোপকথন, অন্তস্পৰ্শী কবিতা, মনোমোহা দৃশ্য, সস্তীয়া মনোৰঞ্জনৰ সাধনৰ প্ৰয়োজন আৰু সামাজিক শিষ্টাচাৰৰ অভাৱ আছিল। উপদেশ, সমাজ সংস্কাৰ আৰু দেশ-ভক্তিৰ উপদেশমূলক বাণীবোৰ যতে ততে সিচৰতি হৈ আছিল। এই বাণীবোৰে নাটকৰ আত্মাক স্পৰ্শ কৰা নাছিল বৰং ইয়াৰ দ্বাৰা কুসংস্কাৰৰহে জন্ম হৈছিল। সেই যুগত এনেকুৱা সস্তীয়া নাটকৰ লগে লগে সাহিত্যিক নাটকৰো এটা ক্ষীণ ধাৰা দেখা গৈছিল। এই ধাৰা উনৈশ শতিকাৰ যুগ-প্ৰৱৰ্ত্তক নাট্যকাৰ ভাৰতেন্দু হৰিশ্চন্দ্ৰৰ পৰম্পৰাৰ অনুগামিনী আছিল। এই নাটকবোৰত পৌৰাণিক কাহিনী, ঐতিহাসিক জনশ্ৰুতি আৰু সেই সময়ৰ সামাজিক, ৰাজনৈতিক আদৰ্শ প্ৰতিবিম্বিত হৈছিল। কথোপকথনত সংস্কৃত নাটকৰ নিচিনা অলঙ্কাৰ-পূৰ্ণ শৈলীৰ প্ৰভাৱ, সঙ্গীত আৰু আবৃত্তিৰ প্ৰাচুৰ্য্য আছিল। সাহিত্যিক হোৱা সত্বেও এই নাটকবোৰত জনপ্ৰিয় ৰঙ্গ-মঞ্চৰ আৱশ্যকতা অনুভৱ কৰা হৈছিল। কথোপকথন ভাৱপূৰ্ণ আছিল আৰু ইয়াতো পাৰ্চী ৰঙ্গ-মঞ্চৰ শৈলীৰ প্ৰভাৱ পৰিছিল। অন্ধ-বিশ্বাসী পাত্ৰৰো অভাৱ নাছিল। তেওঁলোক ভাল, বেয়া, পাপ, পুণ্য, উদাৰতা আৰু কুটিলতাৰ সাক্ষাৎ প্ৰতিমূৰ্তি আছিল। যি সমস্যাবোৰৰ লগত তেওঁলোকে যুঁজিছিল, সেই সমস্যাবোৰ তেওঁলোকৰ চৰিত্ৰৰ লগত খাপ খোৱা বিধৰ নাছিল, বৰং ইয়াৰ দ্বাৰা বিচিত্ৰ পৰিস্থিতি আৰু অদ্ভুত কল্পনাৰহে উদ্ভৱ হৈছিল। সংস্কৃতৰ অলঙ্কাৰ শাস্ত্ৰৰো ইয়াত যথেষ্ট পৰিমাণে অনুসৰণ কৰা হৈছিল।



এই সৰল সীমাবদ্ধ আকাশত জয়শঙ্কৰপ্ৰসাদ এটা ধূমকেতুৰ দৰে অৱতীৰ্ণ হ'ল। জাজ্বল্যমান কিন্তু জটিল, প্ৰদীপ্ত কিন্তু দূৰৱৰ্ত্তী। তেওঁৰ আন আন পূৰ্বৰ ৰচনাৰ দৰে চন্দ্ৰগুপ্ততো পৰম্পৰাগত বিশ্বাসৰ আগ্ৰহ দেখা গৈছিল— ঘটনাবোৰৰ উৎথাপনত, চৰিত্ৰ চিত্ৰণত, ভাৱৰ অভিব্যক্তিত আৰু পৰিস্থিতিৰ নিৰ্মাণত। ইয়াৰ আগতে ভালেমান নাট্যকাৰ আৰু দৰ্শকে ৰস-মীমাংসাৰ কাৰণে ব্যঞ্জনাৰ প্ৰয়োগৰ বিষয়ে অভিজ্ঞতা লাভ কৰিছিল, কিন্তু নাটকত ব্যঞ্জনা আৰু সাঙ্কেতিক পৰিস্থিতিৰ নিৰ্মাণ একেবাৰেই নতুন আছিল, বিশেষকৈ পাত্ৰ আৰু পৰিবেশৰ পাৰস্পৰিক সংঘাত প্ৰদৰ্শনৰ বাবে। এই প্ৰয়োগ ইমান নবীন, ইমান সূক্ষ্ম আৰু ইমান অসাধাৰণ আছিল যে প্ৰসাদৰ সম-সাময়িক-সকলৰ বাবে তেওঁৰ নাটকবোৰ ৰহস্যপূৰ্ণ হৈ পৰিছিল। সম্ভৱ এইকাৰণেই সেই সময়ত 'ভবিষ্যতৰ নাট্যকাৰ' ৰূপে তেওঁক অভ্যৰ্থনা জনোৱা হৈছিল।

তেওঁৰ নাটকবোৰক কিন্তু ৰহস্যপূৰ্ণ বুলি ভবাটো ভুল হব। সেই যুগৰ আন আন লেখকৰ তুলনাত তেওঁৰ শৈলী ইমান প্ৰাঞ্জল আছিল যে সাঙ্কেতিকতা তেওঁৰ স্বাভাৱিক অভিব্যঞ্জনা হৈ পৰিছিল। মানবীয় চিন্তা-ধাৰাক তেওঁ ইমান সুগভীৰ আৰু সুস্পষ্টভাৱে অধ্যয়ন কৰিব পাৰিছিল যে অন্তৰ্ব্যক্তিত্বৰ জটিলতাক নকৈ নিৰ্মাণ কৰিব লগীয়া হোৱা নাছিল, বৰং ই স্বতঃপ্ৰস্ফুটিত হৈ পৰিছিল। তেওঁৰ এই দৃষ্টি-ভঙ্গিৰ দ্বিতীয় কাৰণ— ইতিহাসৰ প্ৰতি তেওঁৰ অভিনৱ দৃষ্টিকোণ। চন্দ্ৰগুপ্তত তেওঁ যিদৰে ঐতিহাসিক বিষয়-বস্তু প্ৰস্তুত কৰিছিল, ই মাথোন হিন্দী সাহিত্যৰ কাৰণেই নহয়, তেতিয়াৰ অন্য ভাৰতীয় সাহিত্যৰ বাবেও নতুন আছিল। বঙ্গ প্ৰদেশৰ দ্বিজেন্দ্ৰলাল ৰায়ৰ নাটকবোৰৰ বিশেষ মহত্ব আছে আৰু হিন্দীতো তেওঁৰ নাটকবোৰৰ প্ৰভাৱ পৰিছে। দ্বিজেন্দ্ৰলাল ৰায়ৰ দৰে জয়শঙ্কৰপ্ৰসাদেও ঐতিহাসিক পাত্ৰ আৰু পৰিস্থিতিক বৰ্ত্তমান আদৰ্শৰ সংবাহক ৰূপে প্ৰস্তুত কৰিছিল। কিন্তু প্ৰসাদে সেই সময়ৰ সামাজিক বিশেষত্ব আৰু ঐতিহাসিক তথ্যকে এক অভিনৱ ৰূপ দিছিল। ঐতিহাসিক পৰিবেশক মূৰ্ত্ত কৰাত জয়শঙ্কৰপ্ৰসাদ যিমান সফল হৈছে, বৰ্ত্তমান ভাৰতীয় ভাষাৰ আন কোনো নাট্যকাৰেই সিমান সফল হব পৰা নাই। কাৰণ তেওঁ যিটো বিষয়-বস্তু লৈছিল, তাৰ সম্বন্ধে ঐতিহাসিক গ্ৰন্থ, শিলালিপি আৰু অন্য সামগ্ৰীবোৰ এজন উপযুক্ত গবেষকৰ দৰে অধ্যয়ন কৰিছিল। চন্দ্ৰগুপ্ত আৰু চাণক্যক লৈ তেওঁ

১৯০৯ চনত 'নাগৰী প্ৰচাৰিণী সভা'ত এটা অতিশয় পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ প্ৰকাশ কৰিছিল। অনুসন্ধান কাৰ্য্যত তেওঁৰ বিশেষ ৰুচি আছিল আৰু সেই কাৰণেই নানান প্ৰমাণৰ যোগেদি নিজৰ বক্তব্য দাঙ্গি ধৰিব পাৰিছিল। 'চন্দ্ৰগুপ্ত' লিখাৰ সময়তো তেওঁৰ হাতত নানা ধৰণৰ ঐতিহাসিক তথ্য, পাত্ৰ, বিৱৰণ আদি আছিল। চন্দ্ৰগুপ্ত শূদ্ৰ মাতৃৰ পুত্ৰ আছিল, এই কথনক উপযুক্ত প্ৰমাণেৰে খণ্ডন কৰি তেওঁ এইটো দেখুৱাই দিছিল যে বাস্তৱিকতে নন্দ বংশৰ শেষ ৰজা জনেই জাৰজ পুত্ৰ আছিল। তেওঁ এইটোও প্ৰমাণ কৰিছিল যে যি সময়ত চিকণ্ডৰ বিপাশাৰ পাৰৰ পৰা উলটি গৈছিল, সেই সময়ত সম্ভৱ চন্দ্ৰগুপ্তৰ নেতৃত্বত ভালেমান পৰ্ব্বতীয়া জাতিৰ সন্মিলিত সেনাই গ্ৰীক সৈন্যক ঘূৰি যাবলৈ অসমৰ্থ কৰি তুলিছিল। এই নেতৃত্বক অধিক শক্তিশালী কৰি চন্দ্ৰগুপ্ত আৰু চাণক্যই মগধক অধিকাৰ কৰিছিল। ইয়াৰ বাহিৰেও জয়শঙ্কৰ-প্ৰসাদৰ প্ৰবন্ধত নানা ধৰণৰ বিৱৰণ আছিল।

এজন সাধাৰণ লেখক হোৱাহলে ইমানবোৰ তথ্যৰ হেঁচাত তেওঁৰ প্ৰতিভা কুণ্ঠিত হৈ পৰিলহেঁতেন। ভাৰতবৰ্ষৰ ভালেমান লেখকে উপন্যাসৰ মাধ্যমত বুৰঞ্জীমূলক তথ্য আৰু কল্পনাৰ ছবি আঁকে। কিন্তু প্ৰসাদে এই আমন্ত্ৰণ নাট্যকাৰৰ ৰূপত স্বীকাৰ কৰি বিবিধ উপকৰণৰ দ্বাৰা এনেকুৱা এক পৰিবেশ সৃষ্টি কৰিলে যে পাঠক আৰু দৰ্শকে লাগিলে মূল কথা ধৰিব নোৱাৰিবও পাৰে, তথাপি নাটকৰ ধাৰাৰ লগত স্বতঃপ্ৰবাহিত হৈ থাকে। এতেকে এই নাটক মাথোন ঐতিহাসিক ইতিবৃত্তৰ নীৰস নিৰূপণেই নহয়, ই নবযুগৰ সৃষ্টিও, যাৰ মাজত আমি আমাৰ সমাজ আৰু জগতক বিস্মৃত হৈ যাওঁ।

পৰিবেশক প্ৰভাৱশালী কৰি তোলাত জয়শঙ্কৰপ্ৰসাদৰ তিনিটা শক্তি বিশেষভাবে সফল হৈছে। প্ৰথমতে জয়শঙ্কৰপ্ৰসাদ এজন কবি, তেওঁৰ কল্পনা আৰু কবিত্বই ঐতিহাসিক জ্ঞানক কমনীয় আৰু সুকুমাৰ কৰি তুলিছে। দ্বিতীয়তে, নাটকীয় কথোপকথনত প্ৰসাদৰ অসামান্য দক্ষতা। য'ত ইতিহাসৰ ভাৰে কথাক কুণ্ঠিত কৰিব খোজে ত'ত নাটকীয় কথোপকথনৰ দ্ৰুতগতিয়ে আমাক আচৰিত কৰি দিয়ে। ইয়াৰপৰা এইটো বুজিব পাৰি যে ভাৰতেন্দু হৰিশ্চন্দ্ৰৰ নগৰী কাশীৰ এক জীৱন্ত ৰঙ্গমঞ্চৰ সৈতে জয়শঙ্কৰ-প্ৰসাদৰ সম্পৰ্ক আছিল আৰু পাৰ্চী ৰঙ্গমঞ্চৰ বিৰুদ্ধে দৰ্শকৰ অন্তৰত যি প্ৰতিক্ৰিয়া হৈছিল, তাৰ সৈতেও তেওঁ পৰিচিত আছিল। 'চন্দ্ৰগুপ্ত'ৰ সৰু ডাঙৰ ভালেমান দৃশ্যত আমি এনেকুৱা ধৰণৰ নাটকীয় পৰিস্থিতিৰ অদ্ভুত দৃষ্টান্ত দেখিবলৈ পাওঁ। তৃতীয়তে, জয়শঙ্কৰপ্ৰসাদে পাত্ৰবোৰৰ ঐতিহাসিক ৰূপক এইদৰে সজাই তুলিব পাৰিছিল যে সত্যৰপৰা আঁতৰি নগৈয়ো মানবীয় ভাবৰদ্বাৰা অনুপ্ৰেৰিত সাৰ্থক চৰিত্ৰবোৰ চকুৰ আগত ভাহি উঠে। মুঠতে কবলৈ গলে, প্ৰসাদে ইতিহাসৰ মাজৰপৰা মানবীয় সমস্যাৰ সাৰতত্ত্ব উলিয়াব পাৰিছিল। এই ব্যাপক দৃষ্টিৰ ফল-স্বৰূপে তেওঁ ঐতিহাসিক তথ্যবোৰক শিল্পীৰ মূৰ্ত্তিৰ কাৰণে উপকৰণৰ দৰে ব্যৱহাৰ কৰিব পাৰিছিল। শিল্পী আৰু বুৰঞ্জীবিদৰ এনেকুৱা মণিকাঞ্চন সংযোগ কোনো সমকালীন লেখকৰ ভিতৰত পোৱা নাযায়।



সংস্কৃত নাটকবোৰৰ পৰিচয়াত্মক শৈলীৰ সলনি শেক্সপীয়েৰ আৰু আন আন পাশ্চাত্য নাট্যকাৰৰ শৈলী গ্ৰহণ কৰাটোৱেই সম্ভৱ চৰিত্ৰ চিত্ৰণত তেওঁৰ সফলতাৰ ঘাই কাৰণ। কিন্তু ইয়াতো আমি পাত্ৰবোৰৰ সংগঠনত নতুন পৰিবেশ দেখিবলৈ পাওঁ—তাৰ কাৰণ তেওঁৰ অসাধাৰণ প্ৰতিভা আৰু প্ৰচুৰ ঐতিহাসিক জ্ঞান। সৰু বৰ সন্দৰ্ভত সঙ্কলণবোৰত আমি পাত্ৰবোৰৰ চমু পৰিচয় পাওঁ। কিন্তু এই চমু পৰিচয় পাবৰ বাবে আমি সদায় সজাগ হৈ থাকিব লাগে। কথোপকথনত অলক্ষ্যৰূপে ছিন্ন-ভিন্ন হৈ থকা সূত্ৰৰূপী উক্তিয়ে সহজতে ভালেমান পাত্ৰৰ বিশেষত্ব উদ্ঘাটন কৰি দিয়ে। চাণক্যই শকটাৰক কৰা ব্যৱহাৰৰ কাৰণে সুবাসিনীয়ে চাণক্যৰ ওচৰত অভিযোগ কৰিবলৈ আহে। যি চাণক্যৰ ভিতৰত আত্মসংযমৰ অপূৰ্ব্ব নিদৰ্শন দেখিবলৈ পোৱা যায়, সেই চাণক্যই কব নোৱাৰি কেনেকুৱা অন্তঃপ্ৰেৰণাৰ ফল স্বৰূপে কয়—'তোমাৰ লগত মোৰ সৰুৰেপৰা পৰিচয় সুবাসিনী। খেলত হাৰি যেতিয়া তুমি কান্দোনৰ ভিতৰতে হাঁহি পেলোৱা, তেতিয়া মই হাৰ মানি লওঁ। এতিয়াতো অভিনয় কৰি কৰি তোমাৰ এই অভ্যাসো বাঢ়ি গ'ল। তেতিয়া হলে—(চাই থাকে)'

সুবাসিনী—'এইয়া কি বিষ্ণুগুপ্ত, তুমি সংসাৰক নিজৰ হাতৰ মুঠিত ৰাখিবৰ সঙ্কল্প কৰিছা। কিন্তু নিজক? আৰ্চীত চোৱা, তোমাৰ চকুত ই কেনেকুৱা নতুন ছবি।'

অনায়াসে আমি চাণক্যৰ চৰিত্ৰৰ অজ্ঞাত অন্তঃস্থলৰ ৰেঙণি দেখিবলৈ পাওঁ।

কোনো কোনো সময়ত এই ইঙ্গিত ইমান লঘু আৰু সূক্ষ্ম হয় যে সাধাৰণ পাঠক আৰু দৰ্শকে কথাবস্তুৰ প্ৰগতিত এইবোৰৰ মহত্ত্ব বুজি নাপায়। সকলোবোৰ নাটকতে এটা ঘটনাৰ অন্তৰালত ভবিষ্যতৰ ঘটনাৰ বীজ অন্তৰ্নিহিত হৈ থাকে। কিন্তু প্ৰসাদে কেতিয়াবা কেতিয়াবা এনেকুৱা উৰণীয়া ভাষাত ভবিষ্যতৰ ইঙ্গিত দিয়ে যে পাঠকে নিজৰ স্মৰণ শক্তিক জাগ্ৰত ৰাখিব লাগে। মালবিকাই চন্দ্ৰগুপ্তৰ বাবে যিদৰে প্ৰাণ উৎসৰ্গা কৰে, তাৰ সঙ্কেত অতিশয় ক্ষীণ। বাস্তৱিকতে ইয়াৰ কাৰণ এয়ে যে প্ৰসাদে নিজৰ পাত্ৰবোৰৰ চিত্ৰণ এইদৰে কৰে যেন কোনো শাস্ত্ৰীয় সঙ্গীতৰ কলাকাৰে নিজৰ ৰাগৰ আকাৰ অসংখ্য সুৰ, লয় আৰু বিবিধ অলঙ্কৰণৰ দ্বাৰা প্ৰস্তুত কৰে। পোনতে বা মাজতে আমি পাত্ৰৰ সৰ্ব্বাঙ্গীন দৰ্শন নাপাওঁ, এইবাবে নাটকৰ শেষলৈকে প্ৰতীক্ষা কৰিব লাগে। ইয়াৰ তাৎপৰ্য্য এয়ে যে প্ৰসাদৰ পাত্ৰ প্ৰস্তৰত অঙ্কিত মূৰ্ত্তি নহয়, বৰং অবিৰাম গতিশীল স্বৰূপ মাথোন, যাৰ ভ্ৰূভঙ্গিমাৰ অনুমান আৰম্ভণিতে কৰিব নোৱাৰি। চৰিত্ৰ চিত্ৰণৰ এই গুণ এই কাৰণেই অধিক অসাধাৰণ, যে প্ৰসাদ আদৰ্শবাদী দৰ্শনৰ নিয়ন্তা আছিল। চন্দ্ৰগুপ্ত, মালবিকা, সিংহৰণ আৰু চাণক্য, এওঁলোক সকলো অনুপম আদৰ্শৰ প্ৰতীক। তথাপি প্ৰত্যেকৰে কিবা নহয় কিবা এটা দুৰ্ব্বলতা দেখুৱাবলৈ প্ৰসাদে দ্বিধা কৰা নাই। ইতিহাসে যি গৌৰৱৰ গুণ-গান গায়, তেওঁৰ কালিমা প্ৰদৰ্শন কৰিবলৈকো প্ৰসাদে সঙ্কোচ নকৰে।

চৰিত্ৰ চিত্ৰণৰ সকলোতকৈ বলিষ্ঠ উদাহৰণ—চাণক্য। প্ৰকৃততে চাবলৈ গলে এই নাটকৰ নায়ক চাণক্যহে, কিন্তু নামকৰণ কৰোঁতে প্ৰসাদে সংস্কৃত নাটকৰ দৰে নায়কক মুখ্যৰূপে লোৱা নাই। মুদ্ৰাৰাক্ষসত চাণক্যাই কূটনীতিজ্ঞৰ সন্মান লাভ কৰিছে। অন্তৰ্দ্বন্দ্বত উৎপীড়িত, অপমানৰ আঘাতত আহত হৈ গৰজি থকা নাগনগৰূপত দ্বিজেন্দ্ৰলাল ৰায়ে তেওঁৰ নাটকত চাণক্যক চিত্ৰণ কৰিছে। কিন্তু প্ৰসাদৰ চাণক্য কূটনীতিৰ আৰু প্ৰতিশোধৰ প্ৰতিমূৰ্ত্তি ব্ৰাহ্মণ হোৱাৰ লগে লগে জন-কল্যাণ আৰু আত্ম-জ্ঞানৰ অমৃত স্ৰোতেৰে সম্বৰ্দ্ধিত ব্ৰাহ্মণত্বৰ প্ৰতীক। এই ব্ৰাহ্মণত্ব কোনো যুগ বিশেষৰ নহয় আৰু ইয়াত জাতীয়তাৰো একো নাম-গোন্ধ নাই। ই হৈছে ভাৰতবৰ্ষত আৰ্য কালৰেপৰা প্ৰবাহমান সাংস্কৃতিক আদৰ্শৰ প্ৰতীক। 'মেঘৰ দৰে মুক্ত, বৰ্ষাৰ দৰে জীৱন দান, সূৰ্য্যৰ দৰে অবাধ আলোক বিতৰণ কৰা, সাগৰৰ নিচিনা



কামনা, নদীবোৰক নিজৰ আশ্ৰয়ত লৈ সীমাৰ বাহিৰ হবলৈ নিদিয়া, এয়েতো ব্ৰাহ্মণৰ আদৰ্শ। চন্দ্ৰগুপ্তক মেঘমুক্ত চন্দ্ৰৰূপে দেখাৰ পাছত মই এই ৰঙ্গমঞ্চৰপৰা আঁতৰি যাম।'

চাণক্যৰ নিচিনা অমৰ পাত্ৰৰ উপস্থিতিয়ে এই নাটকক গৌৰৱ গ্ৰন্থ কৰা নাই। এই নাটক এই কাৰণে অসাধাৰণ হৈছে যে বহুতো ঠাইত কথোপকথনত এনেকুৱা কিছুমান উক্তি পোৱা যায়, যি হঠাৎ শিশিৰ ঋতুৰ মাজত বসন্তৰ গৌৰৱেৰে গৌৰৱান্বিত কানন কুসুমৰ দৰে আমাক মুগ্ধ কৰি পেলায়, চিৰপৰিচিত ধৰাতলৰ পৰা তুলি নি যেন দিব্যলোকত বহুৱাই দিয়ে, অগণিত যুগৰপৰা তৃষিত কণ্ঠক অনায়াসে অমৃত বিন্দুৰ দ্বাৰা আৰ্দ্ৰ কৰি দিয়ে। এটা এটা উক্তিত কব নোৱাৰি কি অলৌকিক শক্তিৰ দ্বাৰা প্ৰসাদে জীৱন-দৰ্শন, কাব্যগত ৰস আৰু নাট্য-ধৰ্ম্মী তত্ত্বক একীকৰণ কৰে। চিকণ্ডৰে চন্দ্ৰগুপ্তক কয়—'মই তৰোৱাল লৈ ভাৰতলৈ আহিছিলো, আজি হৃদয় দি যাবলৈ ওলাইছো। মই বিস্ময়-বিমুগ্ধ হৈছো। যাৰ লগত মোৰ তৰোৱালৰ প্ৰতিযোগিতা হৈছিল, যুদ্ধত যাৰ তৰোৱালৰ লগত মোৰ তৰোৱালৰ মিলন হৈছিল, তেওঁৰ হাতত হাত মিলাই, মিত্ৰতাৰে সৈতে হাত মিলাই আজি যাব খুজিছো।' পাটলীপুত্ৰৰ প্ৰকোষ্ঠত চন্দ্ৰগুপ্তই মালবিকাক কৈছে—'সংঘৰ্ষ? যুদ্ধ চাব খুজিছা যদি মোৰ অন্তৰ ফালি চোৱা মালবিকা। আশা আৰু নিৰাশাৰ যুদ্ধ, ভাবৰ লগত অভাৱৰ যুদ্ধ। মোৰ একো অভাৱ নাই তথাপি কব নোৱাৰো কোনে মোৰ হৃদয়ত ৰিক্ততাৰ চিন আঁকি দিছে।' সাধাৰণ পৰিস্থিতিতো প্ৰসাদৰ দাৰ্শনিক বাক্যবোৰে বিজুলীৰ দৰে বিশাল নাট্যাকাশক আলোকিত কৰি তোলে। পৰ্ব্বতেশ্বৰৰ প্ৰাসাদত প্ৰবেশ কৰোঁতে অলকাৰ এই উক্তি কিমান মৰ্ম্মস্পৰ্শী—'তৰাৰে তিৰবিৰাই থকা অন্ধকাৰ ৰজনীৰ নীলা আকাশ—কোনোবা নিপুণ গণিতজ্ঞই যেন নিৰ্জ্জনত বহি গণিতৰেখাৰ সমস্যা সমাধান কৰিবৰ কাৰণেহে এই বিন্দু দি আছে।'

প্ৰায়বোৰ নাটকতে এনেকুৱা পৰিস্থিতিত আচৰিত ধৰণৰ তত্ত্ববোৰৰ সমাবেশ হয় যে পাঠক বা দৰ্শকে আগতে তাৰ অনুমান কৰিব নোৱাৰে। জয়শঙ্কৰপ্ৰসাদে কিন্তু এনেকুৱা পুৰণা পদ্ধতিত নিৰ্ভৰ নকৰে। কথোপকথনত অপ্ৰত্যাশিত আৰু অন্তৰক স্পন্দিত কৰা উক্তিবোৰৰ যোগেদি তেওঁৰ নাটক-বোৰৰ আচৰিত তত্ত্ব দেখিবলৈ পোৱা যায়। এই উক্তিবোৰে 'চন্দ্ৰগুপ্ত'ৰ

নাটকীয় তত্ত্বৰ নিৰ্মাণ আৰু গৌৰৱ সাধন কৰে। এই কাৰণেই চন্দ্ৰগুপ্তৰ নাট্যকলা স্থাপত্যৰ নাট্যকলা নহয়, বৰংই বিশিষ্ট শিল্পীৰ অপ্ৰত্যাশিত কলাত সন্নিহিত।

'চন্দ্ৰগুপ্ত'ৰ গীতবোৰে প্ৰসাদৰ অসাধাৰণ দক্ষতাৰ ফালে আঙুলিয়াই দিয়ে। প্ৰসাদ জন্মগত শিল্পী আৰু সঙ্গীতৰ মৰ্মজ্ঞ আছিল। ৰঙ্গমঞ্চৰ সঙ্গীতৰ দ্বাৰা সকৰে পৰাই তেওঁ প্ৰভাৱিত হৈছিল। তেওঁৰ এই সংস্কাৰ ইমান প্ৰবল আছিল যে একালে উদাৰ দৃষ্টি-ভঙ্গিয়ে তেওঁক সমসাময়িক লেখকসকলৰ মাজত অগ্ৰগণ্য কৰি তুলিছিল, আন ফালে তেওঁৰ সঙ্গীত-প্ৰেমে তেওঁক পৰিচিত সমাজৰ লগতো ঘনিষ্ঠ কৰি ৰাখিছিল। চৰিত্ৰ চিত্ৰণ, কথোপকথন আদিত যিদৰে তেওঁ সফল হৈছিল, সেইদৰে সঙ্গীত ৰচনাৰ ক্ষেত্ৰতো স্থূলৰপৰা সূক্ষ্মৰ ফালে আগবাঢ়ি গৈছিল। কিন্তু অতিশয় পৰিতাপৰ বিষয় যে হিন্দীত এতিয়াও জয়শঙ্কৰপ্ৰসাদৰ নাট্য-গীতৰ উপযুক্ত মূল্যাংকণ হোৱা নাই। প্ৰথম অঙ্কৰ দ্বিতীয় অংশত সুবাসিনী আৰু ৰাক্ষসৰ দুটি গীত যেন মানৱৰ দুই বিপৰীত মূক ভাবনাৰ সংলাপহে—

'তুমি কনক কিৰণৰ অন্তৰালত
লুকাই লুকাই ফুৰা কিয় অকলে'

বুলি সুবাসিনীয়ে গোৱা গীতৰ উত্তৰত ৰাক্ষসে কৈছে—

'পুৰবীৰ মূৰ্চ্ছনাত ধীৰে ধীৰে আহা তুমি মোৰ মাধবী প্ৰিয়া।'

অৱশ্যে হিন্দী পাঠকসকলে ইয়াৰ কেইটামান গীত ৰাষ্ট্ৰীতৰূপে গ্ৰহণ কৰিছে—

'হিমাদ্ৰি তুঙ্গ শৃঙ্গ জিনি
প্ৰবুদ্ধ শুদ্ধ ভাৰতী
স্বয়ংপ্ৰভা সমুজ্জ্বলা
স্বতন্ত্ৰতাৰ কৰে আৰতি
অমৰ্ত্ত্য বীৰ পুত্ৰ হোৱা, দৃঢ় প্ৰতিজ্ঞা হিয়াত লোৱা
প্ৰশস্ত পুণ্যপথেদি যোৱা, আগ বাঢ়ি যোৱা।'

জাতীয় জাগৰণক লয় বদ্ধ কৰাৰ কাৰণেই যে এই গীতৰ মহত্ত্ব আছে এনে নহয়, বৰং জয়শঙ্কৰপ্ৰসাদে এই গীত সেই সময়ত লিখিছিল, যি সময়ত



ভাৰতবৰ্ষত বহুতো কাব্য-ৰসহীন গীতৰ দ্বাৰা ৰাষ্ট্ৰীয় ভাবনাক অভিব্যঞ্জনা কৰা হৈছিল। আৰু জয়শঙ্কৰপ্ৰসাদে সেই স্থূলত্বক সূক্ষ্ম ৰূপ দিছিল।

স্থূলৰ পৰা সূক্ষ্মৰ ফালে অগ্ৰসৰ হোৱাৰ সকলোতকৈ উৎকৃষ্ট উদাহৰণ— 'চন্দ্ৰগুপ্ত'ত প্ৰেম ভাবনাৰ অভিব্যক্তি। সংস্কৃত নাটকবোৰত আদিৰস এক উল্লাসৰ ৰূপত মুখৰিত হৈছে, কিন্তু প্ৰসাদে আদিৰসৰ অন্তঃস্তলক চিনিব পাৰিছিল। তেওঁৰ ৰসানুভূতিত পাঠক নাইবা দৰ্শক নিমগ্ন নহয়, বৰং এক ক্ষীণ স্পৰ্শৰ দ্বাৰা ৰসৰ চৰম বিন্দুৰ দৰ্শন কৰায়। সম্ভৱ সেই সময়ৰ সমাজৰ জাতীয় চেতনাই প্ৰেমৰ তেনেকুৱা শৃঙ্খলাবদ্ধ ৰূপ বিচাৰিছিল। 'চন্দ্ৰগুপ্ত'ৰ প্ৰধান ৰস—বীৰৰসক অতিক্ৰমণ নকৰিবৰ বাবেও হয়তো তেওঁ আদিৰসৰ অভিব্যক্তিক নিয়ন্ত্ৰণ কৰি থৈছিল। কিন্তু এই দুয়োটা স্থূল কাৰণহে আছিল। প্ৰকৃততে প্ৰসাদৰ প্ৰেম হৈছে সৃষ্টিৰ নিবিড় আৰু কাল্পনিক তত্ত্ব মাথোন, যাৰ উদ্দেশ্য নিৰ্মাণ, তৃপ্তি নহয়। চাণক্যই সুবাসিনীক কৈছিল—'সুবাসিনী। তোমাৰ প্ৰেম নাৰী আৰু পুৰুষৰ ৰূপত কেৱল ৰাক্ষসৰ লগত হে অঙ্কুৰিত হৈছে, শৈশৱৰ সেই সকলো মাথোন হৃদয়ৰ স্নিগ্ধতা আছিল। কিবা কাৰণত আজি ৰাক্ষসৰ প্ৰেম দ্বেষত পৰিণত হৈছে, কিন্তু কালক্ৰমত সেই গজালি আকৌ সেউজীয়া হৈ উঠিব। কিবা কাম যে অসম্ভৱ হব পাৰে, চাণক্যই সেইটো মানিব নোখোজে।'

আজি আমি প্ৰসাদৰ সাহিত্যৰ ইমান ওচৰ চাপি আহিছো যে সেই-কাৰণেই হয়তো 'চন্দ্ৰগুপ্ত' তেওঁৰ সৰ্ব্বশ্ৰেষ্ঠ নাটক হয়নে নহয় সেইটো কোৱা টান। কিছুমান পাঠকে ইয়াত অনেক দোষ-ত্ৰুটি দেখিব। যেনে—ঘটনাৰ অনৈকতা, পৰিহাসৰ অভাৱ, বিভিন্ন চৰম বিন্দুৰ উপস্থিতি, পাত্ৰবোৰৰ অস্বাভাৱিক প্ৰবেশ আদি এনে কিছুমান দোষ আছে, যিফালে পাঠক মাত্ৰৰে চকু পৰিব। কিন্তু ভাগীৰথীৰ বিশাল ধাৰাত ইফালে সিফালে নাচি থকা পানীৰ বুৰবুৰণিৰ দৰে এই দোষবোৰ বিৰাটৰ মাজত নগণ্য যেনহে লাগে। সেই বিৰাট তত্ত্বনো কি? পাঠক বা দৰ্শকে যেতিয়া প্ৰচণ্ড ধুমুহা আৰু উদ্দাম তৰঙ্গৰ মাজেদি গৈ আবেশ আৰু জটিলতাৰ ঢৌ আৰু বান-পানীৰ সন্মুখীন হৈ পথৰ শেষ সীমাত উপস্থিত হয়গৈ, তেতিয়া যেন সকলো সংঘৰ্ষৰ ওৰ পৰে, এক দিব্য শান্তিৰ পৰিবেশে তেওঁক নিজৰ বুকুত সামৰি লয়। শেক্সপীয়েৰ আৰু তেওঁৰ অনুগামী নাট্যকাৰসকলে দ্বন্দ্ব আৰু সংঘৰ্ষৰ মাজত নাটকৰ

আত্মাক দেখিছিল। কিন্তু প্ৰসাদৰ নাটকত বাহ্যিক সংঘৰ্ষ বা অন্তৰ্দ্বন্দ্ব—শেহত ছুয়ো গৈ মঙ্গল আৰু শান্তিৰ অমৰ জ্যোতিত বিলীন হৈ পৰিছে। এই মঙ্গলময় পৰিবেশ ঘটনাবোৰৰ বাহ্যিক আনন্দময় সমষ্টিৰ ওপৰত নিৰ্ভৰ নকৰে বৰং ই সৃষ্টিৰ মৌলিক অসীম স্বৰৰ অভিব্যক্তিহে কৰে। প্ৰসাদৰ নাটকৰ শেষত এক মৌন ভৰত বাক্য অনন্ত প্ৰতিধ্বনিৰ দৰে মুখৰিত হৈ থাকে।

জগদীশচন্দ্ৰ মাথুৰ

## চৰিত্ৰ-পৰিচয়

### পুৰুষ

| | |
|---|---|
| চাণক্য ( বিষ্ণুগুপ্ত ) | মৌৰ্য্য সাম্ৰাজ্য নিৰ্ম্মাতা |
| চন্দ্ৰগুপ্ত | মৌৰ্য্য-সম্ৰাট |
| নন্দ | মগধ-সম্ৰাট |
| ৰাক্ষস | মগধৰ মন্ত্ৰী |
| বৰৰুচি ( কাত্যায়ন ) | মগধৰ মন্ত্ৰী |
| শকটাৰ | মগধৰ মন্ত্ৰী |
| আম্ভীক | তক্ষশিলাৰ ৰাজকুমাৰ |
| সিংহৰণ | মালৱ জননেতাৰ কুমাৰ |
| পৰ্ব্বতেশ্বৰ | পঞ্জাৱৰ ৰজা ( গ্ৰীক্ ইতিহাসত পুৰু ) |
| চিকণ্ডৰ | গ্ৰীক্ বিজেতা |
| ফিলিপ্‌চ্ | চিকণ্ডৰৰ কৰ্ম্মচাৰী |
| মৌৰ্য্য সেনাপতি | চন্দ্ৰগুপ্তৰ পিতা |
| এনীচাক্ৰীটীজ্ | চিকণ্ডৰৰ লগৰীয়া |
| দেৱবল, নাগদত্ত, গণমুখ্য | মালৱ গণতন্ত্ৰৰ পদাধিকাৰী |
| চাইবটিয়চ্, মেগাস্থনীজ | যৱন দূত |
| গান্ধাৰ নৰেশ | আম্ভীকৰ পিতা |
| চেলিউকচ্ | চিকণ্ডৰৰ সেনাপতি |
| দাণ্ডায়ন | এজন তপস্বী |

স্ত্ৰী

| | |
|---|---|
| অলকা | তক্ষশিলাৰ ৰাজকুমাৰী |
| সুবাসিনী | শকটাৰৰ জীয়ৰী |
| কল্যাণী | মগধৰ ৰাজকুমাৰী |
| নীলা, লীলা | কল্যাণীৰ সখী |
| মালবিকা | সিন্ধু দেশৰ কুমাৰী |
| কৰ্ণেলিয়া | চেলিউকচৰ জীয়ৰী |
| মৌৰ্য্য-পত্নী | চন্দ্ৰগুপ্তৰ মাতা |
| এলিচ্ | কৰ্ণেলিয়াৰ সখী |

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

স্থান—তক্ষশিলা, গুৰুকুলৰ মঠ। চাণক্য আৰু সিংহৰণ।

চাণক্য। সৌম্য ! কুলপতিয়ে মোক গাৰ্হস্থ্য জীৱনত প্ৰবেশ কৰিবলৈ অনুমতি দিছে। এতিয়া কেৱল মই তোমালোকক অৰ্থশাস্ত্ৰ পঢ়াবলৈহে ইয়াত আছোঁ। এই বছৰ ভাবী স্নাতক* সকলক অৰ্থশাস্ত্ৰ পঢ়ালেই মোৰ নিচিনা অভাজনৰ গুৰু-দক্ষিণা দিয়া হব।

সিংহৰণ। আৰ্য্য ! মালৱত অস্ত্ৰ-শাস্ত্ৰৰ যিমান প্ৰয়োজন আছে, অৰ্থশাস্ত্ৰৰ কিন্তু সিমান প্ৰয়োজন নাই। এইবাবে মই পাঠ পঢ়াত পাছ পৰি আছোঁ ; মোক ক্ষমা কৰিব।

চাণক্য। বাৰু, এতিয়া তেন্তে তুমি মালৱলৈ গৈ কি কৰিবা ?

সিংহৰণ। এতিয়া মই মালৱলৈ নাযাওঁ। বৰ্ত্তমান মোক তক্ষশিলাৰ ৰাজনীতিৰ ওপৰত চকু ৰাখিবলৈ আদেশ দিয়া হৈছে।

চাণক্য। বেচ্ ! তোমাৰ অৰ্থ-শাস্ত্ৰ পঢ়া সফল হব বুলি জানি মই সুখী হৈছোঁ। যৱনৰ দূতনো ইয়ালৈ কিয় আহিছে, তুমি ইয়াৰ কিবা সম্ভেদ পোৱানে ?

সিংহৰণ। সেইটো কথা জানিবলৈ ময়ো চেষ্টা কৰিছোঁ। আৰ্য্যাবৰ্ত্তৰ ভৱিষ্যত ভাগ্যলিপি লিখিবলৈ কাপ-মৈলাম প্ৰস্তুত আছে। উত্তৰ-ভাৰতৰ খণ্ড ৰাজ্যবোৰ হিংসাত জৰ্জ্জৰিত। সোনকালে এটা ভয়ানক অগ্নিকাণ্ড হ'ব।

---

স্নাতক—সমাবৰ্ত্তন স্নান কৰি উঠা ছাত্ৰ

( হঠাৎ আম্ভীক আৰু অলকাৰ প্ৰবেশ। )

আম্ভীক। কেনেকুৱা ভয়ানক অগ্নিকাণ্ড? হেৰা যুৱক! তুমি কোনহে?

সিংহৰণ। মই এজন মালৱ।

আম্ভীক। নহয়। তোমাৰ বিশেষ পৰিচয়ৰ প্ৰয়োজন।

সিংহৰণ। মই তক্ষশিলা গুৰুকুলৰ এজন ছাত্ৰ।

আম্ভীক। তুমি দেখিছোঁ বৰ দাম্ভিকো।

সিংহৰণ। কেতিয়াও নহয় ৰাজকুমাৰ। নম্ৰতাৰ লগত নিৰ্ভীক হোৱাটো মালৱসকলৰ বংশানুগত স্বভাৱ। আৰু ইয়াৰ বাহিৰে তক্ষশিলাৰ ছাত্ৰ বুলি মোৰ অলপ গৰ্ব্বও আছে।

আম্ভীক। কিন্তু, তুমি এতিয়া কি অগ্নিকাণ্ডৰ কথা কৈ আছিলা? কি হে চাণক্য! ইয়াত তোমাৰো কিবা হাত আছে নেকি?

( চাণক্য মনে মনে থাকে। )

আম্ভীক। ( খঙেৰে ) কোৱা ব্ৰাহ্মণ! মোৰ ৰাজ্যত থাকি মোৰ অন্ন খাই তুমি মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ ৰচনা কৰিছা।

চাণক্য। ৰাজকুমাৰ! ব্ৰাহ্মণে কাৰো ৰাজ্যত বাস নকৰে, কাৰো অন্ন খাই জীয়াই নাথাকে। তেওঁ নিজৰ ৰাজ্যতে ঘূৰি ফুৰে, আৰু অমৰত্বৰ মহা মন্ত্ৰ লৈ জীয়াই থাকে। এইটো তোমাৰ মিছা অহঙ্কাৰ। নিজৰ সকলো শক্তি-সামৰ্থ্য থকা স্বত্বেও ব্ৰাহ্মণে স্ব-ইচ্ছাৰে এই মায়া-মোহক উপেক্ষা কৰি প্ৰকৃতি তথা দেশৰ কল্যাণৰ কাৰণে নিজৰ জ্ঞান বিতৰণ কৰে।

আম্ভীক। সেই কাল্পনিক মহত্ব এক মায়াজাল, তোমাৰ প্ৰত্যক্ষ নীচ কামে তাক আবৰণ দি ঢাকি ৰাখিব নোৱাৰে।

চাণক্য। অবিশ্বাসী ক্ষত্ৰিয়, সেইটো কেনেকৈ হব? ইয়াৰ পৰাই দস্যু আৰু যৱনে সাম্ৰাজ্য তৈয়াৰ কৰিছে আৰু আৰ্য্য জাতিয়ে পতনৰ দাঁতিত থিয় হৈ এটা হেঁচাৰ কাৰণে বাট চাই আছে।

আম্ভীক। আৰু তুমি হবলা হেঁচা মৰাৰ ষড়যন্ত্ৰ বিদ্যাৰ্থীক শিকাইছা?

সিংহৰণ। বিদ্যাৰ্থী আৰু ষড়যন্ত্ৰ! অসম্ভৱ। সেইটো তেওঁহে কৰিব পাৰে, যাৰ হাতত অলপ অধিকাৰ আছে, যাৰ স্বাৰ্থ সমুদ্ৰতকৈও বিশাল-সুমেৰুতকৈও কঠোৰ, যি যৱনৰ লগত বন্ধুত্ব কৰিবৰ কাৰণে স্বয়ং বাহ্লীকলৈকে ……।



আম্ভীক। হৈছে—হৈছে। দুঃসাহসী যুৱক। ক, তোৰ অভিপ্ৰায় কি?

সিংহৰণ। একো নাই।

আম্ভীক। নহয়, কবই লাগিব। মোৰ আদেশ।

সিংহৰণ। গুৰুকুলত কেৱল আচাৰ্য্যৰ আদেশহে শিৰোধাৰ্য্য কৰা হয়, আন আদেশ অৱজ্ঞাৰে কাণেৰেহে শুনা হয়, ৰাজকুমাৰ।

অলকা। ককাইদেউ। বনৰীয়া ঝৰণাৰ নিচিনা স্বচ্ছ আৰু স্বাধীন হৃদয়ৰ ভিতৰত কিমান বেগবান সোঁত! এই অৱজ্ঞাও স্পৃহনীয়। এওঁক এৰি দিয়া।

আম্ভীক। মনে মনে থাক অলকা। তুচ্ছ বুলি এৰি দিবলৈ এইটো সিমান সাধাৰণ কথা নহয়। ইয়াৰ ভিতৰত কিবা ৰহস্য আছে।

( চাণক্যই মিচিকিয়াই হাঁহে। )

সিংহৰণ। হয়, হয় ৰহস্য আছে। প্ৰচুৰ ধন-সোণেৰে পুলকিত হৈ যৱন আক্ৰমণকাৰীয়ে আৰ্য্যাবৰ্ত্তৰ সুখ-ৰজনীৰ শান্তি-নিদ্ৰাত উত্তৰ পথৰ দুৱাৰৰ ডাং লাহেকৈ মেলি দিব খোজাত ৰহস্য আছে। কি ৰাজকুমাৰ? বোধ কৰো তক্ষশিলাৰ ৰজাও বাহ্লীকলৈ এই ৰহস্যকে উদ্ঘাটন কৰিবলৈ গৈছে।

আম্ভীক। ( হাত-ভৰি আচাৰি ) আহঃ! অসহ্য! যুৱক তুমি বন্দী।

সিংহৰণ। কেতিয়াও নহয়, মালৱ কেতিয়াও বন্দী হব নোৱাৰে। ( আম্ভীকে তৰোৱাল উলিয়ায় )

চন্দ্ৰগুপ্ত। ( হঠাৎ প্ৰবেশ কৰি ) ঠিক হৈছে, প্ৰত্যেক নিৰপৰাধী আৰ্য্য স্বাধীন, তেওঁক কোনেও বন্দী কৰিব নোৱাৰে। এইয়া কি ৰাজকুমাৰ! তৰোৱালৰ খাপত ঠাই নাই নেকি?

সিংহৰণ। ( ব্যঙ্গ কৰি ) তৰোৱালৰ খাপ সোণেৰে ভৰি গ'ল।

আম্ভীক। তেতিয়া হলে তোমালোক সকলো একে ষড়যন্ত্ৰত লিপ্ত, আৰু এই মালৱে মোক অপমান কৰাৰ প্ৰতিফল—মৃত্যু দণ্ড—নিশ্চয় ভুগিব লাগিব।

চন্দ্ৰগুপ্ত। কি? এজন নিঃসহায় ছাত্ৰই তোমাৰ ৰাজ্যত শিক্ষা লৈছে আৰু তুমি এজন ৰাজকুমাৰ হৈছা—কেৱল এই কাৰণেই নেকি?

( আম্ভীকে তৰোৱাল ঘূৰাই, চন্দ্ৰগুপ্তই নিজৰ তৰোৱালেৰে বাধা দিয়ে, আম্ভীকৰ হাতৰ পৰা তৰোৱাল সৰি পৰে। তেওঁ নিঃসহায় হৈ চন্দ্ৰগুপ্তৰ আক্ৰমণৰ প্ৰতীক্ষা কৰে। ইয়াৰ মাজত অলকা আহি পৰে। )

সিংহৰণ। বীৰ চন্দ্ৰগুপ্ত, হৈছে। যোৱা ৰাজকুমাৰ, ইয়াত কোনো কুচক্ৰ নাই বৰং নিজৰ কুচক্ৰৰ জালৰ পৰা স্বয়ং নিজক ৰক্ষা কৰা।

চাণক্য। ৰাজকুমাৰী! মই গুৰুকুলৰ অধিকাৰী। মই আদেশ দিছো, তুমি খণ্ডত অভিভূত হৈ থকা কুমাৰক লৈ যোৱা। গুৰুকুলত অস্ত্ৰৰ প্ৰয়োগ শিক্ষাৰ কাৰণে, দ্বন্দ্ব যুদ্ধৰ কাৰণে নহয়। বিশ্বাস কৰিবা এই অভদ্ৰ আচৰণৰ বাতৰি মহাৰাজৰ কাণত নপৰে।

অলকা। সেয়েই হওক। বলা ককাইদেউ।

( ক্ষুব্ধ আম্ভীক তেওঁৰ লগত যায় )

চাণক্য। ( চন্দ্ৰগুপ্তক ) তোমাৰ অধ্যয়ন শেষ হ'ল। আজিৰ এই ঘটনা সঁচাকৈয়ে অসাধাৰণ। মোৰ ইচ্ছা তুমি সোনকালে তক্ষশিলা এৰি যোৱা আৰু সিংহৰণ, তুমিও।

চন্দ্ৰগুপ্ত। আৰ্য্য! মই মাগধ আৰু এওঁ মালৱ। যদি এই গুৰুকুলতে আমি অস্ত্ৰৰ পৰীক্ষা দিলোহেঁতেন, তেতিয়া হলে ভালেই হ'লহেঁতেন।

চাণক্য। মোৰ শিক্ষা এয়ে নেকি? শিশুৰ চপলতা দেখুৱাবৰ ঠাই এইখন নহয়। সময়ত তোমালোকে অস্ত্ৰ প্ৰয়োগ কৰিব লাগিব, কিন্তু অকাৰণত ৰক্তপাত কৰা নীতিৰ পক্ষপাতী নহয়।

চন্দ্ৰগুপ্ত। আৰ্য্য! গোটেই সংসাৰৰ নীতি আৰু শিক্ষাৰ অৰ্থত মই ইয়াকে বুজিছো যে আত্মসন্মানৰ কাৰণে বলি দিব পৰাটোৱেই প্ৰকৃত জীৱন। সিংহৰণ মোৰ আত্মীয়, মোৰ বন্ধু, তেওঁৰ সন্মান মোৰো সন্মান।

চাণক্য। দেখা যাব, এই আত্মসন্মানৰ ভবিষ্যত পৰীক্ষাত তুমি কিমান দূৰ উত্তীৰ্ণ হব পাৰা।

সিংহৰণ। আপোনাৰ আশীৰ্ব্বাদত আমি নিশ্চয় সফল হম।

চাণক্য। তুমি মালৱ আৰু এওঁ মাগধ। এয়েই তোমাৰ সন্মানৰ চৰম সীমা নেকি? কিন্তু আত্মসন্মান ইমান অলপতে তুষ্ট নহয়। মালৱ আৰু মগধৰ কথা পাহৰি যেতিয়া তুমি আৰ্য্যাবৰ্ত্তৰ নাম লবা তেতিয়াহে সেই সন্মান লাভ কৰিব পাৰিবা। তুমি জানো বুজিব পৰা নাই যে সুদূৰ ভবিষ্যতে আৰ্য্যাবৰ্ত্তৰ সকলো স্বাধীন ৰাজ্য ইথনৰ পাছত সিথনকৈ আন বিদেশী বিজেতাৰ দ্বাৰা পদদলিত হব? আজি যি কথালৈ ইমান ডাঙৰ ঘটনা হৈ গ'ল, এই কথা গান্ধাৰৰ ভাবী ৰজা আম্ভীকৰ অন্তৰত বৰশীৰ দৰে বিন্ধি



ৰ'ব। পাঞ্জাবৰ ৰজা পৰ্ব্বতেশ্বৰৰ বিৰোধিতা কৰিবৰ কাৰণে এই ক্ষুদ্ৰমনা আম্ভীকে যৱনক আদৰি আনিব আৰু ইয়াৰ দ্বাৰাই আৰ্য্যাবৰ্ত্তৰ সৰ্ব্বনাশ হব।

চন্দ্ৰগুপ্ত। গুৰুদেৱ! বিশ্বাস কৰিব, এইবোৰ একো হব নোৱাৰে। এই চন্দ্ৰগুপ্তই আপোনাৰ শ্ৰীচৰণত ধৰি প্ৰতিজ্ঞা কৰিছে যৱনে ইয়াত একো কৰিব নোৱাৰে।

চাণক্য—উত্তম! তোমাৰ প্ৰতিজ্ঞা অটল ৰওক। কিন্তু ইয়াৰ কাৰণে প্ৰথমতে তুমি মগধলৈ গৈ শক্তি সঞ্চয় কৰা। ইয়াত সময় নষ্ট কৰাৰ প্ৰয়োজন নাই। ময়ো পাঞ্জাবৰ ৰজাক লগ পাই মগধলৈ যাম। সিংহৰণ, তুমিও সাৱধান।

সিংহৰণ। গুৰুদেৱ! আপোনাৰ আশীৰ্ব্বাদেই মোক ৰক্ষা কৰিব।

( চন্দ্ৰগুপ্ত আৰু চাণক্যৰ প্ৰস্থান। )

সিংহৰণ। একুৰা অগ্নিময় গন্ধকৰ সোঁত আৰ্য্যাবৰ্ত্তৰ লোহাৰ অস্ত্ৰাগাৰৰ ভিতৰত সোমায় বিস্ফুৰিত হব। চঞ্চলা ৰণ-লক্ষ্মীয়ে ৰামধেনুৰ নিচিনা বিজয়ৰ মালা হাতত লৈ সেই সুন্দৰ নীলা লুইতৰ প্ৰলয় মেঘৰ ভিতৰত বিচৰণ কৰিব, আৰু বীৰৰ হৃদয় ম'ৰা চৰাইৰ দৰে নাচি উঠিব। আহা তেন্তে দেৱি! স্বাগতম্তে !!

( অলকাৰ প্ৰবেশ )

অলকা। মালৱ বীৰ! তুমি এতিয়াও তক্ষশীলা এৰা নাই?

সিংহৰণ। কিয় দেৱি! মই ইয়াত থকাৰ উপযুক্ত নহওঁ নেকি?

অলকা। মই তোমাৰ সুখ-শান্তিৰ কাৰণে চিন্তিত হৈছো। ককাইদেৱে তোমাক অপমান কৰিছিল—বোধ কৰো অকাৰণত নহয়; যাৰ যি পথ তেওঁ সেই পথতহে চলিব। তুমি অনধিকাৰ চেষ্টা কৰিছিলা। কেতিয়াবা কেতিয়াবা কিছুমান মানুহে আনক নিজৰ পথলৈ আনিবলৈ নিজৰ পথ সলনি কৰে।

সিংহৰণ। কিন্তু দেৱি, যি মানুহে জীৱনৰ বিভিন্ন পথেদি আগ বাঢ়ি যায়, তেওঁ আনৰ লাভহে কৰে, এইটো কষ্টদায়ক কিন্তু নিষ্ফল নহয়।

অলকা। মানুহৰ নিজৰ জীৱনৰ সুখ-শান্তিৰ ফালেওতো চকু থকা উচিত।

সিংহৰণ। কেতিয়া যে মানুহ দানৱতকৈও দুৰ্দ্দান্ত, পশুতকৈও বৰ্ব্বৰ, শিলতকৈও কঠোৰ আৰু নিষ্ঠুৰ হৃদয়ৰ হয় তাক কব নোৱাৰি।

অতীতৰ সুখময় স্মৃতিৰ কাৰণে চিন্তা কিয় ? অনাগত ভবিষ্যতৰ কাৰণে ভয় কিহৰ ? বৰ্ত্তমানক মই যেতিয়া নিজৰ অনুকূলে তৈয়াৰ কৰি লমেই, তেতিয়া ভাবনা কিহৰ !

অলকা। মালৱ ! তোমাৰ দেশৰ কাৰণে তোমাৰ জীৱন অমূল্য আৰু সেই জীৱনৰ ওপৰতে এই বিপদ।

সিংহৰণ। ৰাজকুমাৰী ! এই অনুকম্পাৰ বাবে মই কৃতজ্ঞ। কিন্তু মোৰ দেশ কেৱল মালৱেই নহয়, গান্ধাৰো। অকল গান্ধাৰ কিয়, সমগ্ৰ আৰ্য্যাবৰ্ত্ত—এই কাৰণে মই……।

অলকা। ( আচৰিত হৈ ) কি কৈছা ?

সিংহৰণ—গান্ধাৰ আৰ্য্যাবৰ্ত্তৰ পৰা ভিন্ন নহয়, এই কাৰণেই ইয়াৰ পতনকো মই নিজৰ পতন বুলি ভাবো।

অলকা। ( উশাহ লৈ ) সেইটো মই অনুভৱ কৰিব পাৰিছো। কিন্তু যি দেশত এনেকুৱা বীৰ যুৱক আছে তাৰ পতন অসম্ভৱ। মালৱ বীৰ, তোমাৰ মনোবলত স্বাধীনতা আৰু তোমাৰ দৃঢ় বাহুত আৰ্য্যাবৰ্ত্তক ৰক্ষা কৰিবলৈ শক্তি আছে, সেই কাৰণেই তুমি সুৰক্ষিত হৈ থকা উচিত। ময়ো আৰ্য্যাবৰ্ত্তৰে জীয়াৰী—তোমাক অনুৰোধ কৰিছো তুমি যেন সোনকালে গান্ধাৰ এৰি যোৱা। মই আম্ভীকক এই পতনৰ পৰা ৰক্ষা কৰিবলৈ যথাসাধ্য চেষ্টা কৰিম, কিন্তু তেওঁ নুশুনিলে তোমাৰ সহায় আৱশ্যক হব। যোৱা বীৰ !

সিংহৰণ। বাৰু ৰাজকুমাৰী ! তোমাৰ এই অনুৰোধ ৰক্ষা কৰিবলৈ মই প্ৰস্তুত। সোনকালে গুচি যাম দেৰি ! কিন্তু যদি কেনেবাকৈ সিন্ধুৰ প্ৰখৰ সোঁতত যৱন সেনা পাৰ হব নোৱাৰিলেহেঁতেন……।

অলকা। মই চেষ্টা কৰিম বীৰ, তোমাৰ নাম ?

সিংহৰণ। মালৱ গণৰ ৰাষ্ট্ৰপতিৰ পুত্ৰ সিংহৰণ।

অলকা। বাৰু আকৌ কেতিয়াবা……।

( এজনে আনজনলৈ চাই চাই দুয়ো প্ৰস্থান কৰে। )

## দ্বিতীয় দৃশ্য

স্থান—মগধ সম্ৰাটৰ বিলাস কানন। বিলাসী যুৱক আৰু যুৱতীৰ বিহাৰ।

নন্দ। ( প্ৰবেশ কৰি ) আজি বসন্তোৎসৱ নেকি ?

এজন যুৱক। জয় হওক দেৱ। আপোনাৰ আদেশত কুসুমপুৰৰ নাগৰিক সকলে আয়োজন কৰিছে।

নন্দ। কিন্তু তোমালোকৰ সমাজত জানো মদিৰাৰ প্ৰচলন আছে ? নাই যদি আমোদ কিহৰ ? ( এগৰাকী যুৱতীক ) চোৱা, চোৱা তুমি সুন্দৰী, কিন্তু তোমাৰ যৌৱনৰ পাপৰি এতিয়াও লজ্জাৰ আৱৰণত ৰুদ্ধ হৈ আছে। তোমাৰ চকুত কামদেৱৰ সুকুমাৰ সঙ্কেত নাই—অনুৰাগৰ ৰক্তিম আভা নাই। তথাপি কিহৰ আমোদ !

এগৰাকী যুৱতী। আমি নিমন্ত্ৰিত নাগৰিকহে দেৱ। যি নিমন্ত্ৰণ কৰিছে ইয়াৰ দায়িত্ব তেওঁৰ ওপৰতহে।

নন্দ। বাঃ ! চমৎকাৰ অভিযোগ !—( অনুচৰক ) মূৰ্খ ! আৰু কিবা শুনাবি নেকি ? তই নাজান নেকি যে মই ব্ৰহ্মাস্ত্ৰতকৈও এই সুন্দৰী সকলৰ কুটিল কটাক্ষক বেচি ভয় কৰো ? লৈ আহ, সোনকালে লৈ আহ— মই নাগৰিকসকলৰ ওপৰত ৰাজ্য চলাওঁ কিন্তু মগধৰ নাগৰিকাসকলে মোৰ ওপৰত শাসন চলায়। সুন্দৰী ! সকলোকে কৈ দিয়া, নাগৰিক নন্দই নিজৰ অপৰাধৰ কাৰণে কুসুমপুৰৰ কমনীয় কুসুমৰ ওচৰত ক্ষমা খুজিছে ; আজিৰ দিনৰ নিমিত্তে তেওঁ নিজক তোমালোকৰ কৃতজ্ঞ লগৰীয়া বুলি ভাবি লৈছে।

( অনুচৰে প্ৰত্যেক কুঞ্জত মদৰ কলহ আৰু সুস্বাদ্ বস্তু থৈ যায়। ৰাক্ষস আৰু সুবাসিনীৰ পাছে পাছে কিছুমান নাগৰিকৰ প্ৰবেশ। )

ৰাক্ষস। সুবাসিনী, আৰু এক পাত্ৰ ; সৌ কুঞ্জলৈ বলা।

সুবাসিনী। নহয়, এতিয়া মই নিজক সংযত ৰাখিব নোৱাৰিম।

ৰাক্ষস। কিন্তু এওঁলোকৰ পৰা কেনেকৈ ৰক্ষা পাবা ?

সুবাসিনী। মোৰ এটা ইচ্ছা আছে।

এজন নাগৰিক। কি ইচ্ছা সুবাসিনী ? আমি তোমাৰ দাস, কেৱল এক সুন্দৰ আলাপৰ—এক কোমল মূৰ্চ্ছনাৰ অভিলাষ !

সুবাসিনী। বাৰু—তেতিয়া হলে—কিন্তু অভিনয়ৰ সৈতে।

সকলোৱে। ( উল্লাসৰ সৈতে ) সুন্দৰী সকলৰ ৰাণী সুবাসিনীৰ জয় !

সুবাসিনী। কিন্তু ৰাক্ষসে কচৰ ভাও লব লাগিব।

১ম নাগৰিক। আৰু তুমি হবলা দেবযানী ? এয়েতো ? ৰাক্ষস সঁচাকৈ ৰাক্ষস হব যদি ইয়াত আপত্তি কৰে তেতিয়া হলে .... আহা ৰাক্ষস।

২য় নাগৰিক। নহয় মূৰ্খ। আৰ্য্য ৰাক্ষস্ বুলি ক। ইমান ডাঙৰ কলা-কুশল বিদ্বানক কেনেকৈ সম্বোধন কৰিব লাগে, তই তাকো নাজান। আৰ্য্য ৰাক্ষস ! এই নাগৰিক সকলৰ প্ৰাৰ্থনাত অনুগ্ৰহ কৰি কষ্ট স্বীকাৰ কৰক। ( ৰাক্ষসে উপযুক্ত ঠাই গ্ৰহণ কৰে। অলপ নীৰৱ অভিনয়, ইয়াৰ পাছত ভাবৰ সৈতে সুবাসিনীৰ গান )

তুমি কণক কিৰণৰ অন্তৰালত
লুকাই লুকাই কিয় ফুৰা অকলে ?
নতশিৰে গৰ্ব্ব বহন কৰি
যৌৱন-ধন কিয় যায় বিফলে ?
কোন তুমি মৌন বনত কিয় থাকা অকলে ?
অধৰৰ মধু-ৰসে সিক্ত কৰি
কল কল ধ্বনি কিয় দিয়া উজাৰি
মধুমতী সপোনত অকলে ভাহি
তৰল জীৱন সুধা নিজে পান কৰি
মৌন বনত কিয় থাকা অকলে।
বিয়লিৰ ৰঙা মেঘে মেলানি মাগে
ৰজনীগন্ধা সন্ধ্যাৰ আঁৰে আঁৰে শিহৰি জাগে
সন্ধ্যা মলয়ে আকুলি বিকুলি
জীৱনত যৌৱন ৰস ঢালে॥
( বাহঃ—বাহঃ—ধ্বনি )



নন্দ। সেই অভিনেত্ৰীক ইয়ালৈ মাতা। ( সুবাসিনীয়ে আহি নন্দৰ ওচৰত আঠু লয়। )

নন্দ। তোমাৰ অভিনয়তো অভিনয় হোৱা নাই।

নাগৰিক। বৰং এনেকুৱা লাগিছে আমি যেন বাস্তৱ ঘটনাহে দেখি আছিছো।

নন্দ। ঠিক কৈছা, সঁচাকৈ এওঁ বৰ বিচক্ষণা।

সুবাসিনী। তেতিয়াহলে মোৰ শাস্তি হওক। আদেশ দিয়ক দেৱ !

নন্দ। তোমাৰ শাস্তি মোৰ লগত এক পাত্ৰত।

সুবাসিনী। কিন্তু দেৱ এটা বৰ ডাঙৰ ভুল হব।

নন্দ। সেইটো কি ?

সুবাসিনী। আৰ্য্য ৰাক্ষসৰ গান-অভিনয় পূৰ্ণ হোৱা নাই।

নন্দ। ৰাক্ষস !

নাগৰিক। ইয়াতে আছে দেৱ।

( ৰাক্ষসে আহি সেৱা জনায় )

নন্দ। বসন্তোৎসৱৰ ৰাণীৰ আদেশত তুমি গান গাব লাগিব।

ৰাক্ষস। তাৰ দাম হব এক পাত্ৰ কাদম্বৰী।

( সুবাসিনীয়ে পাত্ৰ ভৰাই দিয়ে আৰু অভিমানৰ মুক অভিনয় কৰে। ৰাক্ষসে সুবাসিনীৰ আগত আহি অভিনয়ৰ সৈতে গান গায়। )

( গান )

পূৰবীৰ মূৰ্চ্ছনাত ধীৰে ধীৰে
আহা তুমি মোৰ মাধবী প্ৰিয়া।
সন্ধিয়াৰ মন্দিৰত ছন্দ গীতিৰে
ঢালি যাওঁ মোৰ গোপন হিয়া॥
নালাগে শলিতা প্ৰেম নিবেদিতা
নালাগে বীণাৰ ধ্বনি।
সমৰ্পিত মোৰ পৰাণ তনুৰ
বাজিব বিনিনি ৰিণি॥
সোণৰ বৰণী তুমি মহাৰাণী
প্ৰাণৰ পৰশ দিয়া।
শৰদ-নীৰদ মালাৰে তোমাক
আদৰো মাধবী প্ৰিয়া॥

কেইজনমান নাগৰিক। জয়! স্বৰ্গীয় অমাত্য বক্ৰনাসৰ বংশৰ জয়।

নন্দ। কি কলা, বক্ৰনাসৰ বংশ?

নাগৰিক। হয় দেৱ! আৰ্য্য ৰাক্ষস তেওঁৰে ভতিজাক।

নন্দ। ৰাক্ষস! আজিৰ পৰা তুমি মোৰ মন্ত্ৰী নিযুক্ত হলা। তুমি দেখিছো কুসুমপুৰৰ এটা ৰত্ন।

( তেওঁক মালা পিন্ধাই আৰু অস্ত্ৰ দিয়ে )

সকলোৱে। সম্ৰাটৰ জয় হওঁক। মন্ত্ৰী ৰাক্ষসৰ জয় হওঁক।

নন্দ। আৰু সুবাসিনী, তুমি মোৰ অভিনয়-শালাৰ ৰাণী।

( সকলোৱে আনন্দ প্ৰকাশ কৰি গুচি যায় )

## তৃতীয় দৃশ্য

স্থান—পাটলিপুত্ৰৰ এটা ভগা জুপুৰী।

চাণক্য। ( প্ৰবেশ কৰি ) জুপুৰীয়েইতো আছিল, পিতাদেৱে ইয়াতেই মোক কোলাত বহুৱাই ৰাজমন্দিৰৰ সুখ অনুভৱ কৰিছিল। ব্ৰাহ্মণ আছিল। সত্যত আৰু যজ্ঞাৱশিষ্ট অন্ন ভোজন কৰি পৰিতুষ্ট আছিল; কিন্তু হাঁয়! তেৰোঁ নাইকিয়া হল। ক'লৈ গল, কোনেও নাজানে। মোকো কোনেও নিচিনে। এইখনেইতো মগধ ৰাজ্য! কিন্তু প্ৰজাৰ সন্ধান ল'ব কোনে? বুঢ়া দুখীয়া বামুণ, হয়তো কৰবাত ঘাত-প্ৰতিঘাতৰ খুন্দা খাইছে, নহলে ক'ৰবাত মৃত্যু ঘটিছে।

( এজন প্ৰতিবেশীৰ প্ৰবেশ )

প্ৰতিবেশী। ( চাই ) হেৰা, তুমি কোনহে? অথনিৰ পৰা এই ঘৰতনো কি জুমি চাই আছা?

চাণক্য। এইটো ঘৰক পশুৰ খোৰোং বুলি কবলৈকো সঙ্কোচ হয়। লুটি নিব বুলি ভয় হোৱা ইয়াত তেনেকুৱা ধন-সোণৰ পাহাৰ নাই।



প্ৰতিবেশী। যুৱক, তুমি কাৰবাক বিচাৰিছা নেকি?

চাণক্য। এৰা, এই জুপুৰীত থকা বুঢ়া বামুণ চণক্যক বিচাৰিছোঁ। আজি-কালি তেওঁ কত আছে, কব পাৰানে?

প্ৰতিবেশী। ( ভাবি ) অ', কেইবা বছৰো হল, তেওঁকতো ৰজাৰ আদেশত নিৰ্ব্বাসিত কৰা হৈছে। ( হাঁহি ) সেই বামুণৰো বৰ মইমতালি আছিল। তেওঁ ৰজা নন্দৰ বিৰুদ্ধে ৰটি ফুৰিবলৈ আৰম্ভ কৰিছিল। আৰু তাকো নিজৰ কাৰণে নহয়, এজন মন্ত্ৰী—শকটাৰৰ কাৰণে। তেওঁ শুনিছিল ৰজাই হেনো শকটাৰক বন্দী-ঘৰত হত্যা কৰাইছে। সেই কাৰণে বামুণজনে নগৰত এই অন্যায়ৰ বিৰুদ্ধে আতঙ্কৰ সৃষ্টি কৰিছিল। সকলোকে কৈ ফুৰিছিল যে " মহাপদ্মৰ জাৰজ পুত্ৰ নন্দই—মহাপদ্মৰ হত্যাকাৰী নন্দই মগধত ৰাক্ষসৰ ৰাজ্য কৰিছে। নাগৰিক সকল সাৱধান"।

চাণক্য। পিছে তাৰ পাছত কি হল?

প্ৰতিবেশী। তেওঁক ধৰা হল। ধৰা হল কেতিয়া, এদিন যেতিয়া নন্দ চিকাৰলৈ গৈছিল, তেতিয়া ৰাজ-আলিত নাগৰিক সকলে নন্দক মুক্তকণ্ঠে অসন্মানৰ কথা শুনাইছিল। নন্দই বামুণক মাতি আনি বহুত বুজালে। ইয়াকো কলে যে তেওঁৰ বন্ধু শকটাৰক হত্যা কৰা হোৱা নাই, বন্দী কৰি থোৱাহে হৈছে। কিন্তু তেওঁ বৰ গোঁৱাৰ, নুশুনিলে যে নুশুনিলেই, নন্দয়ো খঙত তেওঁৰ ব্ৰহ্মোত্তৰবোৰ বৌদ্ধ বিহাৰক দি দিলে আৰু তেওঁক মগধৰ পৰা নিৰ্ব্বাসিত কৰিলে। এইটোৱেই তেওঁৰ জুপুৰী।

( যায় )

চাণক্য। ( তেওঁক মাতি ) বাৰু আৰু এটা কথা কৈ যোৱা।

প্ৰতিবেশী। বাৰেপতি তুমি কি সুধি থাকাহে? মুঠতে তুমি এইটোকেই জানি লোৱা যে বামুণৰ লগত নন্দৰ ঘোৰ শত্ৰুতা আৰু সেই কাৰণেই তেওঁ বৌদ্ধ ধৰ্ম্মাৱলম্বী হৈ গল।

চাণক্য। হবলৈ দিয়া। কিন্তু এইটো কথা কোৱাচোন, শকটাৰৰ আত্মীয়-স্বজন এতিয়া কত আছে?

প্ৰতিবেশী। তুমি কেনেকুৱা মানুহহে? তেওঁলোক দেখোন ৰাজ-কোপানলত পুৰি মৰিল। এইকণ কথাৰ কাৰণেই তুমি মোক ঘূৰাই আনিলা। ছিঃ!

( যাব খোজে )

চাণক্য। হে ভগৱান! অনুগ্ৰহ কৰি আৰু এটা কথা কৈ দিয়া। শকটাৰৰ জীয়েক সুবাসিনী ক'ত?

প্ৰতিবেশী। (জোৰেৰে হাঁহি) যুৱক! তেওঁ বৌদ্ধ বিহাৰলৈ গৈছিল, কিন্তু তাতো থাকিব নোৱাৰিলে। আগতে অভিনয় কৰি ফুৰিছিল, আজি-কালি ক'ত আছে নাজানো।

(যায়)

চাণক্য। পিতাৰ বতৰা নাই। জুপুৰীও নাইকিয়া হল। সুবাসিনী অভিনেত্ৰী হৈ গল—বোধ হয় পেটৰ জ্বালাত। একেলগে দুয়োটা পৰিয়ালৰ সৰ্ব্বনাশ হৈ গল আৰু তথাপি কুসুমপুৰৰ নাগৰিক সকল ফুলৰ সুকোমল শয্যাত শুই থাকিল। এনেকুৱা সুখ-শান্তিৰ বাবেই মানুহে ৰাষ্ট্ৰৰ শীতল ছায়াৰ সংগঠন কৰিছিল নেকি? মগধ! মগধ! সাৱধান। ইমান অত্যাচাৰ। সহ্য কৰা অসম্ভৱ। তোক বাগৰাই দিম। তোক নতুন কৰিম। নহলে একেবাৰে ধ্বংস কৰি পেলাম। (বৈ) এবাৰ গৈ নন্দক কওঁ। নহয়, কিন্তু যদি মোৰ হেৰোৱা মাটি-বৃত্তি ঘূৰাই পাওঁ তেতিয়া হলে মই শাস্ত্ৰ-ব্যৱসায়ী নহৈ থেতিয়ক হম। দেশৰ ভাল বেয়াত মোৰ কি? তেতিয়া হলে যাওঁ। (চাই) সেই কাঠৰ খুটাটো এতিয়াও জুপুৰীত থিয় হৈ আছে। ইয়াৰ লগত মোৰ বাল্যকালৰ শত-সহস্ৰ স্মৃতি বিজড়িত হৈ আছে। মোৰ স্বচ্ছ মধুৰ হাঁহিৰ আবৰণ ঢাক খাই আছে। শৈশৱৰ স্নিগ্ধ স্মৃতি! যা, তই বিলীন হৈ যা!

(খুটাটো পেলাই দি গুচি যায়)

## চতুৰ্থ দৃশ্য

স্থান—কুসুমপুৰৰ সৰস্বতী মন্দিৰৰ উপবনৰ পথ।

(ৰাক্ষস আৰু সুবাসিনী)

ৰাক্ষস। সুবাসিনী!

সুবাসিনী। নহয়। সেই বামুণক শাস্তি নিদিলে সুবাসিনী জীয়াই নাথাকে অমাত্য। তুমি কৰিবই লাগিব। মই যেতিয়া বৌদ্ধস্তূপত পূজা দি আছিলো তেতিয়া তেওঁ মোক বিদ্ৰূপ কৰিছিল—সেই বিদ্ৰূপ অসহ্য ৰকমৰ তীক্ষ্ণ আছিল ৰাক্ষস! তেওঁ কৈছিল যে বেশ্যাৰ কাৰণেও এটা ধৰ্ম্মৰ আৱশ্যক আছিল। ভালেই হল। এনেকুৱা ধৰ্ম্মত অনুগত পতিতৰো অভাৱ নাই।

ৰাক্ষস। এইটো তেওঁৰ অন্যায় হৈছিল।

সুবাসিনী। কিন্তু অন্যায়ৰ প্ৰতিশোধ আছে। নহলে মই বুজিম যে তুমিও তেনেকুৱা এজন কঠোৰ হৃদয়হীন ব্ৰাহ্মণ।

ৰাক্ষস। মই তেনেকুৱা হওঁনে নহওঁ পাছত বুজিবা। কিন্তু সুবাসিনী, মই স্বয়ং অন্তৰৰ পৰা বৌদ্ধ মতৰ সমৰ্থক—তেওঁৰ দাৰ্শনিক সীমালৈকে—সংসাৰ দুঃখময়—ইয়ালৈকে।

সুবাসিনী। ইয়াৰ পাছত?

ৰাক্ষস। এই নশ্বৰ জীৱনৰ ক্ষন্তেকীয়া মুহূৰ্ত্তবোৰক সুখী কৰাৰ মই পক্ষপাতী। আৰু তুমি জানাই মই বিয়া কৰোৱা নাই, কিন্তু ভিক্ষুও হব পৰা নাই।

সুবাসিনী। তেতিয়াহলে আজিৰপৰা তুমি মোৰ কাৰণে ৰাজ্য-চক্ৰত বৌদ্ধ-মতৰ সমৰ্থন কৰিব লাগিব।

ৰাক্ষস। মই প্ৰস্তুত।

সুবাসিনী। তেন্তে মই তোমাৰ···। মোৰ বিশ্বাস যে দুৰাচাৰীও সদাচাৰৰ দ্বাৰা শুদ্ধ হব পাৰে আৰু বৌদ্ধমতে ইয়াৰ সমৰ্থন কৰে, সকলোকে শৰণ দিয়ে। আমি দুয়ো উপাসক হৈ সুখী হম।

ৰাক্ষস। ইমান বেচি সুখৰ সপোন নৰচিবা সুবাসিনী!

সুবাসিনী। নহয় প্ৰিয়। মই তোমাৰ অনুচৰী। মই নন্দৰ ভোগ-বিলাসৰ ক্ষুদ্ৰ সামগ্ৰী হৈ থাকিব নোখোজো।

( যায় )

ৰাক্ষস। এখন আঁৰ কাপোৰ উঠিছেনে নাই পৰিছে বুজিব পৰা নাই। ( চকু মোহাৰি ) সুবাসিনী! কুসুমপুৰৰ এই স্বৰ্গীয় কুসুমক মই হস্তগত কৰিলম? নহয়, ৰাজকোপ হব। কিন্তু নহলে জীৱন বৃথা হব। মোৰ বিদ্যা, মোৰ মনোহৰ ভাবধাৰা, সকলো ব্যৰ্থ। সুবাসিনী এক লালসা, এক অতৃপ্ত তৃষ্ণা। এক অমৃত সুধা। তেওঁক পাবৰ বাবে মই শত শত বাৰ মৃত্যু বৰণ কৰিম।

( নেপথ্যৰপৰা "আঁতৰা, বাট এৰি দিয়া।" )

ৰাক্ষস। ৰাজ-পৰিয়ালৰ পৰা কোনো আৰোহী আহিছে নেকি? তেতিয়া-হলে যাওঁ।

( যায় )

( ৰক্ষক সকলৰ সৈতে শিবিকাত ৰাজকুমাৰী কল্যাণীৰ প্ৰবেশ। )

কল্যাণী। ( শিবিকাৰ পৰা নামি লীলাক ) শিবিকা উদ্যানৰ বাহিৰলৈ লৈ যাবলৈ কোৱা আৰু ৰক্ষক সকলকো তাতে ৰবলৈ কোৱা।

( শিবিকা লৈ ৰক্ষক যায় )

কল্যাণী। ( চাই ) আজি সৰস্বতী মন্দিৰত কিবা সভা আছে নেকি? যাচোন নীলা, চাই আহ।

( নীলা যায় )

লীলা। ৰাজকুমাৰী! বলক সৌ বগা শিলৰ ওপৰত বহোহঁক! ইয়াৰ অশোক গছৰ ছাঁ বৰ মনোৰম। এতিয়া তৃতীয় প্ৰহৰৰ সূৰ্য্য কোমল যদিও স্পৃহনীয় নহয়।

কল্যাণী। বলা।

( দুয়ো গৈ বহে, নীলা আহে। )

নীলা। ৰাজকুমাৰী! তক্ষশিলাৰ পৰা উলটি অহা স্নাতক সকল আজি সৰস্বতী মন্দিৰ দৰ্শন কৰিবলৈ আহিছে।



কল্যাণী। সকলো ঘূৰি আহিছেনে নাই?

নীলা। সেইটোতো নাজানো।

কল্যাণী। বাৰু তয়ো বহ। চা, চাৰিওফালে কি সুন্দৰ মাধৱী লতাই আবৰি আছে। মহাৰাজৰ উদ্যানৰ লতাও এনেকুৱা সুন্দৰ সেউজীয়া নহয়। ৰাজ-আতঙ্কৰ কাৰণে সিও যেন সঙ্কুচিত হৈ আছে। সঁচাকৈ নীলা, মই দেখিছো যে মহাৰাজক কোনেও ভাল নাপায়, ভয়তহে ভজে।

নীলা। সখী! মোক তেওঁ নিজৰ জীয়েকৰ দৰে মৰম কৰে, কিন্তু তথাপি মোৰো ভয় লাগে।

কল্যাণী। এই কাৰণে মোৰ মনত বৰ দুঃখ। মই নিতৌ দেখিবলৈ পাইছো সকলো প্ৰজাই তেওঁৰ আগত আতঙ্কিত হৈ থাকে। কঠোৰ শাসন কৰাৰ কাৰণে তেওঁৰ বৰ দুৰ্ণাম।

নীলা। কিন্তু ইয়াৰ উপায় কি? চা লীলা, সৌৱা কোনোবা দুজন আহিছে। বল আমি লুকাওঁ।

( তেওঁলোক সকলো কুঞ্জলৈ যায়। দুজন ব্ৰহ্মচাৰীৰ প্ৰবেশ। )

১ম ব্ৰহ্মচাৰী। ধৰ্ম্ম-পালিত মগধ আজি উন্মত্ত হৈ পৰিছে। ই জনসাধাৰণৰ অধিকাৰক অত্যাচাৰীৰ হাতত সঁপি দি বিলাসিতাৰ সপোন দেখিছে। তুমিতো উত্তৰ ফালে যোৱা নাই নহয়, মই এতিয়া উত্তৰ ফালৰপৰা আহিছো। সেই গণতান্ত্ৰিক ৰাজ্যত সকলো প্ৰজা গছ-লতাৰ নিচিনাকৈ স্বাধীন ভাৱে লহপহকৈ বাঢ়িব লাগিছে। আৰু ইয়াত উন্মত্ত মগধ—সাম্ৰাজ্যৰ কল্পনাত মগ্ন হৈ আছে।

২য় ব্ৰহ্মচাৰী। স্নাতক, তুমি ঠিক কথা কৈছা। মহাপদ্মৰ জাৰজ পুত্ৰ নন্দই কেৱল অস্ত্ৰবল আৰু কূটনীতিৰে সদাচাৰী সকলৰ মূৰৰ ওপৰত তাণ্ডৱ নৃত্য কৰিছে। তেওঁৰ অস্থিৰ নৃশংসতাই কেতিয়াবা বৌদ্ধ মতৰ পক্ষপাতী, কেতিয়াবা বৈদিক মতৰ পক্ষপাতী হৈ দুয়োৰো ভিতৰত মনান্তৰ সৃষ্টি কৰি নিজে শক্তি সঞ্চয় কৰিছে। মূৰ্খ জনতাক ধৰ্ম্মৰ অন্তৰালত নচুৱাই আছে। কিন্তু তুমি বহুত দেশ-বিদেশ ফুৰি আহিছা, সেই কাৰণে আজি মোৰ ঘৰত তোমাৰ নিমন্ত্ৰণ আছে। তাত সকলোৱে তোমাৰ ভ্ৰমণৰ কাহিনী আগ্ৰহেৰে শুনিবলৈ সুযোগ পাব।

১ম ব্ৰহ্মচাৰী। বলা।

( দুয়ো যায় )

( কল্যাণী বাহিৰলৈ আহে )

কল্যাণী। এইবোৰ শুনিলে হৃদয়ৰ স্পন্দন ৰুদ্ধ হৈ যায়। ৰাজপদ ইমান ঠেক, ইমান সঙ্কুচিত যাক সাধাৰণ নাগৰিকেও ঘৃণাৰ চকুৰে চায়। ইয়াৰ মূল্য কিমান লীলা ?

( নেপথ্যৰ পৰা ) পলোৱা, পলোৱা ! ৰজাৰ চিকাৰী সিংহটো পিঁজৰাৰ পৰা ওলায় আহিছে। পলোৱা, পলোৱা !

( তিনিও ভয়ত কুঞ্জৰ ভিতৰত লুকাব খোজে। সিংহ আহে। দূৰৰ পৰা এপাত কাঁড় আহি তাৰ মূৰেদি ওলাই যায়। হাতত ধেনু কাঁড় লৈ চন্দ্ৰগুপ্তৰ প্ৰবেশ। )

চন্দ্ৰগুপ্ত। কোন আছে ? কোন ফালৰ পৰা নাৰীৰ আৰ্ত্ত স্বৰ শুনিবলৈ পাইছিলো ? ( চাই ) ইয়াত দেখোন তিনি গৰাকী সুকুমাৰী আছে। দেৱি ! পশুৱে কোনো আঘাত কৰা নাই নহয় ?

লীলা। ধন্যবাদ ! বীৰ ! ৰাজকুমাৰীৰ প্ৰাণ ৰক্ষাৰ কাৰণে নিশ্চয় তুমি কিবা পুৰস্কাৰ পাবা।

চন্দ্ৰগুপ্ত। কোন ৰাজকুমাৰী, কল্যাণী দেৱী ?

লীলা। এৰা, এবেঁই নহয়, ভয়ত মুখ শেঁতা হৈ পৰিছে।

চন্দ্ৰগুপ্ত। ৰাজকুমাৰী, মৌৰ্য্য সেনাপতিৰ পুত্ৰ চন্দ্ৰগুপ্তৰ প্ৰণাম গ্ৰহণ কৰক।

কল্যাণী। ( সুস্থ হৈ সলজ্জ ভাবে ) নমস্কাৰ চন্দ্ৰগুপ্ত। মই কৃতজ্ঞ হৈছো। তুমিও স্নাতক হৈ উলটি আহিছা নেকি ?

চন্দ্ৰগুপ্ত। এৰা দেৱি ! তক্ষশিলাত পাঁচবছৰ থকাৰ কাৰণে ইয়াৰ মানুহক চিনিবলৈ অলপ টান পাইছো। কিশোৰ অৱস্থাত যাক এৰি গৈছিলো তেওঁক এতিয়া যৌৱন অৱস্থাত দেখিবলৈ পাইছো। মই এই কাৰণেই কেইবাজন বাল্যবন্ধুকো চিনিব পৰা নাছিলো।

কল্যাণী। কিন্তু মোৰ আশা আছিল যে অন্ততঃ তুমি মোক পাহৰি নোযোৱা।

চন্দ্ৰগুপ্ত। দেৱি ! এই দাসে সেৱাৰ উপযুক্ত সময়তে আহি পালেহি। বলক শিবিকাৰ ওচৰত থৈ আহো গৈ।

( সকলো যায় )

## পঞ্চম দৃশ্য

স্থান—মগধত ৰজা নন্দৰ ৰাজসভা।

ৰাক্ষস আৰু সভাসদৰ লগত নন্দ।

নন্দ। পিচে, তাৰ পাছত ?

ৰাক্ষস। দূত ঘূৰি আহিছে ; তেওঁ কৈছে পৰ্ব্বতেশ্বৰ এই সম্বন্ধত সন্মত নহয়।

নন্দ। কিয় ?

ৰাক্ষস। তেওঁ প্ৰাচ্যদেশৰ বৌদ্ধ আৰু শূদ্ৰ ৰজাৰ কন্যাৰ পাণি-গ্ৰহণ কৰিব নোখোজে।

নন্দ। ইমান অহঙ্কাৰ ?

ৰাক্ষস। ই তেওঁৰ অহঙ্কাৰ নহয়, ই ধৰ্ম্মৰ অহঙ্কাৰ, উপহাস। মই ইয়াৰ প্ৰতিফল দিম। মগধৰ নিচিনা শক্তিশালী ৰাষ্ট্ৰক অপমান কৰি কোনেও হাত সাৰি যাব নোৱাৰে, ব্ৰাহ্মণৰ ইয়াত......।

( প্ৰতিহাৰীৰ প্ৰবেশ )

প্ৰতিহাৰী। জয় হওক দেৱ ! মগধৰ পৰা শিক্ষাৰ কাৰণে যোৱা তক্ষশিলাৰ স্নাতকসকল আহিছে।

নন্দ। লৈ আহা।

( প্ৰতিহাৰীৰ প্ৰস্থান, চন্দ্ৰগুপ্তৰ লগত কেইজনমান স্নাতকৰ প্ৰবেশ। )

স্নাতক। ৰাজাধিৰাজৰ জয় হওক।

নন্দ। স্বাগতম্। অমাত্য, চোৱাচোন বৰৰুচি দেখোন এতিয়াও অহা নাই ?

( প্ৰতিহাৰীৰ প্ৰস্থান আৰু বৰৰুচিৰ প্ৰবেশ )

বৰৰুচি। জয় হওক দেৱ। মই নিজেই আহিছো।

নন্দ। তক্ষশিলাৰ পৰা উলটি অহা স্নাতক সকলৰ পৰীক্ষা লওক।

বৰৰুচি ! ৰাজাধিৰাজ, যি গুৰুকুলত মই নিজে পৰীক্ষা দি স্নাতক হৈ আহিছো আকৌ পুনৰ তাৰ প্ৰমাণৰ পৰীক্ষা, নিজৰ গুৰুজনৰ প্ৰতি অসন্মান কৰা।

নন্দ। কিন্তু স্নাতক সকলক পঠিয়াই ৰাজকোষৰ ধন এনেয়ে ব্যৰ্থ হৈছেনে নাই ইয়াৰ সদ্ব্যৱহাৰ হৈছে, তাৰ নিৰ্ণয় কেনেকৈ কৰা হ'ব ?

ৰাক্ষস। কেৱল সৎ ধৰ্ম্মৰ শিক্ষাই মানুহৰ কাৰণে যথেষ্ট আৰু ইয়াক মগধতে পাব পাৰি।

( হঠাৎ চাণক্যৰ প্ৰবেশ, সত্ৰস্ত প্ৰতিহাৰী পাছে পাছে আহে )।

চাণক্য। বৌদ্ধ ধৰ্ম্মৰ শিক্ষা বৌদ্ধ বিহাৰত থকা সকলৰ কাৰণে উপযোগ হলেও সকলো মানুহৰ ব্যৱহাৰৰ কাৰণে সম্পূৰ্ণ নহয়।

নন্দ। তুমি কোনহে ? ইয়াত অনাধিকাৰ চৰ্চ্চা কৰিবলৈ আহিছা ?

চাণক্য। তক্ষশিলাৰ পৰা উলটি অহা এক স্নাতক ব্ৰাহ্মণ।

নন্দ। ব্ৰাহ্মণ ! ব্ৰাহ্মণ !! যি ফালে চোৱাঁ নক্ষত্ৰৰ নিচিনাকৈ ইয়াৰ শক্তি জুই জ্বলি আছে।

চাণক্য। নহয় মহাৰাজ, জুই ক'ত ? ভস্মাৱশেষ এঙ্গাৰহে বাকী আছে।

ৰাক্ষস। তথাপি ইমান তাপ !

চাণক্য। তাপ থাকিবই ! যি দিনা তাপ শেষ হব, সেই দিনাই আৰ্য্যাব ধ্বংস হব। অমাত্যই যদি ব্ৰাহ্মণ নাশ কৰিবলৈ ইচ্ছা কৰিছে, তেতিয়া হলে মাতৃভূমিৰ মঙ্গলৰ কাৰণে সেই ইচ্ছা ত্যাগ কৰক। কিয়নো ৰাষ্ট্ৰৰ শু চিন্তা একমাত্ৰ ব্ৰাহ্মণেহে কৰিব পাৰে। এটা জীৱক হত্যা কৰা দেখিলে যি তপস্বী বৌদ্ধই ভয় খায়, সেই বৌদ্ধই বোধকৰো উপস্থিত বিপদ পৰা, ৰক্ত-সমুদ্ৰৰ ধুমুহাৰ পৰা আৰ্য্যাবৰ্ত্তক ৰক্ষা কৰিব নোৱাৰিব।

নন্দ। ব্ৰাহ্মণ, তুমি যদি কথা কব নাজানা, তেতিয়া হলে মনে মনে থাকা।

চাণক্য। মহাৰাজ ! তাকে শিকিবলৈহে মই তক্ষশিলালৈ গৈছিলো আ মগধৰ গৌৰৱ বৃদ্ধি কৰি সেই গুৰুকুলত মই অধ্যাপনাৰ কাম কৰিছিলো। সেই কাৰণে মোৰ অন্তৰে এইটো মানি লব নোখোে যে মই মূৰ্খ।

নন্দ। তুমি মনে মনে থাকা।

চাণক্য। বাৰু এটা কথা কৈ লওঁ মহাৰাজ।

ৰাক্ষস। কি ?

চাণক্য। যৱনৰ বিৰাট বাহিনী নিষধ পৰ্ব্বতৰ ওচৰ পালেহি। তক্ষশিল ৰজাৰো ইয়াত হাত আছে। হয়তো ইয়াৰ দ্বাৰা গোটেই আৰ্য্যাব



পাদাক্ৰান্ত হব। উত্তৰপথত বহুত সৰু সৰু গণতন্ত্ৰ আছে—তেওঁলোকে সেই সন্মিলিত পাৰসীক মৰণ-শক্তিক বাধা দিবলৈ অসমৰ্থ হব। অকলে কেৱল পৰ্ব্বতেশ্বৰেহে ইয়াৰ বাবে সাহস কৰিছে, সেই কাৰণে মগধে পৰ্ব্বতেশ্বৰক সহায় কৰা উচিত।

কল্যাণী। ( প্ৰবেশ কৰি ) পিতা ! মই পৰ্ব্বতেশ্বৰৰ গৰ্ব্বৰ পৰীক্ষা লম। মই বৃষল কন্যা। সেই ক্ষত্ৰিয়ৰ ওচৰত এইটো কথা প্ৰমাণিত কৰি দিম যে ৰাজকুমাৰী কল্যাণীৰ শক্তি ক্ষত্ৰিয়তকৈ কোনো গুণে কম নহয়। সেনাপতিক আদেশ দিয়ক, যাতে আসন্ন গান্ধাৰ যুদ্ধত মগধৰ এক সৈন্য-বাহিনী নিশ্চয় যায়। মই নিজেই তাৰ পৰিচালনাৰ ভাৰ লম। পৰাজিত পৰ্ব্বতেশ্বৰক সহায় কৰি তেওঁৰ গৰ্ব্ব খৰ্ব্ব কৰিম।

( নন্দই হাঁহে )

ৰাক্ষস। কিন্তু ৰাজকুমাৰী। ৰাজনীতি অন্তঃপুৰত নাথাকে, ইয়াক আমাৰ হাতত এৰি দিব লাগে। উদ্ধত পৰ্ব্বতেশ্বৰে নিজৰ গৰ্ব্বৰ ফল ভোগক, আৰু ব্ৰাহ্মণ চাণক্য ! পৰীক্ষা দিয়েই কোনো সাম্ৰাজ্য-নীতিত বিচক্ষণ হব নোৱাৰে।

চাণক্য। সঁচা কথা বৌদ্ধ অমাত্য, কিন্তু যৱন আক্ৰমণকাৰীয়ে বৌদ্ধ আৰু ব্ৰাহ্মণৰ ভেদাভেদ নাৰাখে।

নন্দ। বাচাল ব্ৰাহ্মণ ! তুমি এতিয়াই গুচি যোৱা। নহলে প্ৰতিহাৰীয়ে তোমাক গটিয়াই উলিয়াই দিব।

চাণক্য। ৰাজাধিৰাজ ! মই জানো, মানুহৰ মন বিভ্ৰান্ত হলে তেওঁ কঠোৰ সত্যকো উপলব্ধি কৰিব নোৱাৰে। এই কাৰণে মই নিজৰ অপহৃত ব্ৰহ্মোত্তৰৰ বাবে প্ৰাৰ্থনা কৰা নাই, ভিক্ষা বিচৰা নাই। কিয় ? কাৰণ মই বুজিব পাৰিছো যে ব্ৰাহ্মণ হোৱাৰ কাৰণে মই সেইখিনি আৰু ঘূৰাই নাপাওঁ। কিন্তু যেতিয়া ৰাষ্ট্ৰৰ কাৰণে······।

ৰাক্ষস। মনে মনে থাকা। তুমি চণকৰ পুতেক নহয়—তোমাৰ বাপেৰো এনেকুৱা গোঁৱাৰ আছিল।

নন্দ। এওঁ সেই বিদ্ৰোহী বামুণৰ সন্তান নেকি ? এওঁক এতিয়াই ইয়াৰ পৰা উলিয়াই দিয়া।

(প্ৰতিহাৰী আগ বাঢ়ি আহে আৰু চন্দ্ৰগুপ্তই আগ ভেটি তেওঁৰ বাধা দিয়ে।)

চন্দ্ৰগুপ্ত। সম্ৰাট, মই আপোনাৰ ওচৰত প্ৰাৰ্থনা কৰিছো গুৰুদেৱক যেন অপমান কৰা নহয়। ময়ো উত্তৰ ফালৰ পৰা আহিছো। আৰ্য্য চাণক্যই যি কৈছে সি সাম্ৰাজ্যৰ মঙ্গলৰ কাৰণেই। তাৰ ওপৰত গুৰুত্ব দিয়ক।

নন্দ। কোন? মৌৰ্য্য সেনাপতিৰ পুত্ৰ চন্দ্ৰগুপ্ত!

চন্দ্ৰগুপ্ত। হয় দেৱ! মোক ৰণ নীতি শিকিবলৈ তক্ষশিলালৈ পঠোৱা হৈছিল। মই স্বচক্ষে গান্ধাৰৰ ষড়যন্ত্ৰ দেখি আহিছো। সেই কাৰণে গুৰুদেৱৰ কথাত মোৰো সম্পূৰ্ণ বিশ্বাস আছে। এই আগন্তুক বিপদ কেৱল পৰ্ব্বতেশ্বৰৰ ৰাজ্যতে সীমাবদ্ধ হৈ নাথাকে।

নন্দ। অবোধ যুৱক। কেৱল এই কাৰণেই মই অপমানিত হৈয়ো পৰ্ব্বতেশ্বৰক সাহায্য কৰিম? অসম্ভৱ! তুমি ৰাজ-আজ্ঞাত হস্তক্ষেপ নকৰি শিষ্টতা কৰিবলৈ শিকা। প্ৰতিহাৰী! এই বামুণটোক উলিয়াই দিয়া। এওঁ বৰ কুচক্ৰী যেন লাগিছে।

চন্দ্ৰগুপ্ত। ৰাজাধিৰাজ! এনেকুৱা কৰিলে এটা ডাঙৰ অন্যায় হব আৰু মগধৰ শুভাকাঙ্ক্ষীক শত্ৰু কৰা হব।

ৰাজকুমাৰী। পিতা! চন্দ্ৰগুপ্তক অনুগ্ৰহ কৰক। তেওঁৰ কথা বিশ্বাস কৰক।

নন্দ। মনে মনে থাক। এনেকুৱা অভদ্ৰ মানুহক মই কেতিয়াও ক্ষমা নকৰো। শুনা চন্দ্ৰগুপ্ত! যদি ইচ্ছা কৰা তেতিয়া হলে তুমিও এই বামুণৰ লগতে যাব পাৰা। আৰু কেতিয়াও মগধত মুখ দেখুৱাবলৈ নাহিবাঁ।

(প্ৰতিহাৰীয়ে দুয়োকো উলিয়াই দিব খোজে, চাণক্যই থমকি ৰৈ কয়)

চাণক্য। সাৱধান নন্দ! তোমাৰ অধৰ্ম্মৰ দ্বাৰা নিৰ্ম্মিত ৰাজনীতি ধুমুহাৰ দৰে আগ বাঢ়িব। তাৰ দ্বাৰা নন্দ বংশ সমূলে ধ্বংস হব। ভাগ্য-বিধাতা ৰুষ্ট হৈ পৰিব। এতিয়া শূদ্ৰক ৰাজ্যসিংহাসনৰ পৰা নমাই আনি প্ৰকৃত ক্ষত্ৰিয়ক অভিষিক্ত কৰাৰ সময় আহিছে।

নন্দ। তই ভাবিছ যে বামুণ অবধ্য, সেই কাৰণে তই মোক ভয় দেখুৱাইছ। প্ৰতিহাৰী, ইয়াক শিখাত ধৰি বাহিৰলৈ উলিয়াই দে।



(প্ৰতিহাৰীয়ে তেওঁৰ শিখাত ধৰি টানে। তেওঁ নিঃসঙ্কোচ আৰু দৃঢ়তাৰে কয়।)

চাণক্য। যিমান পাৰ সিমান টান। বাচাল নন্দৰ অন্নেৰে পালিত কুকুৰ! টান—মোৰ শিখাত ধৰি আৰু টান। কিন্তু মনত ৰাখিবি এই শিখাৰ বাবেই নন্দ বংশ ধ্বংস হব। যেতিয়ালৈকে এই ধ্বংস যজ্ঞৰ সমাপ্তি নহয় তেতিয়ালৈকে মোৰ এই শিখা মুক্ত হৈ থাকিব।

নন্দ। ইয়াক বন্দী কৰা।

(চাণক্যক বন্দী কৰা হয়)

## ষষ্ঠ দৃশ্য

### স্থান—সিন্ধু নৈৰ পাৰ

(অলকা আৰু মালবিকা)

মালবিকা। ৰাজকুমাৰী! আমাৰ ৰাজ্যৰ সীমাত সিন্ধুৰ ওপৰত সেতু তৈয়াৰ কৰা মই দেখি আহিছো। যুৱৰাজে নিজে তাৰ তত্ত্বাৱধান কৰিছে। মই সেই সেতুৰ এখন মানচিত্ৰ প্ৰস্তুত কৰিছিলো। কিন্তু সি অসম্পূৰ্ণ হৈ থাকিল। তথাপি এইখন দেখিলে কিছু আভাষ পোৱা যাব।

অলকা। মালবিকা! স্বয়ং মহাৰাজ ইয়াত জড়িত আছে বুলি শুনিলে মোৰ মনত বৰ দুঃখ হয়। চাওঁ, তোমাৰ মানচিত্ৰখন দেখুৱা চোন।

(মালবিকাই মানচিত্ৰ দিয়ে। অলকাই নিৰ্নিমেষে চাবলৈ ধৰে। এটা যৱন সৈনিকৰ প্ৰবেশ—সি অলকাৰ হাতৰপৰা মানচিত্ৰ লব খোজে।)

অলকা। আঁতৰি যা দুৰ্বিনীত দস্যু! (মানচিত্ৰখন নিজৰ আচলত ঢাকে।)

যৱন। এওঁক মই চিনি পাইছো। এওঁ গুপ্তচৰ। কিন্তু সুন্দৰী তুমি কোন, কিয় এওঁক সহায় কৰিছা? মানচিত্ৰখন পালে মোৰ ভালেই হব, তেতিয়া হলে মই এওঁক প্ৰত্যক্ষভাবে বন্দী কৰি মহাৰাজৰ আগলৈ লৈ যাব পাৰিম।

অলকা। অসম্ভৱ! আগতে তুমি কব লাগিব যে কিহৰ অধিকাৰত তুমি ইয়াত অত্যাচাৰ কৰিব খুজিছা?

যৱন। মই! মই বিজয়ী দেৱপুত্ৰ আলেকজেণ্ডাৰৰ নিযুক্ত অনুচৰ আৰু তক্ষশিলাৰ বন্ধুত্বৰ সাক্ষী; গান্ধাৰৰ মহাৰাজেই মোক এই অধিকাৰ দিছে।

অলকা। আহ্! কিন্তু যৱন, গান্ধাৰৰ মহাৰাজে বোধকৰো তোমাক আৰ্য্য নাৰীৰ লগত ধৃষ্টতাৰ ব্যৱহাৰ কৰিবলৈ অধিকাৰ দিয়া নাই।

যৱন। কৰিবই লাগিব, এই মানচিত্ৰ মই পাবই লাগিব।

অলকা। অসম্ভৱ!

যৱন। এইখন জানো এই যুৱতীয়ে ৰাজ্যৰ সীমাত তৈয়াৰ কৰিব খোজা মানচিত্ৰ খন নহয়!

অলকা। কিন্তু তুমি ইয়াক কেতিয়াও নোপোৱা। ইয়াৰ পৰা ভালে ভালে আঁতৰ নহলে শান্তিৰক্ষকক মাতিম।

যৱন। তেতিয়াহলে মোৰ উপকাৰেই হব; এই আঙঠি দেখিলে সি মোক সহায়হে কৰিব।

(আঙঠি দেখুৱায়)

অলকা। (আঙঠি দেখি মূৰত হাত দি) আহ্!

যৱন। (হাঁহি) বুদ্ধি, এতিয়া তই ঠিক বাটলৈ আহি গৈছ। দিয়া, মোক মানচিত্ৰ দি দিয়া।

(অলকাই নিঃসহায় হৈ ইফালে-সিফালে চাই)
(সিংহৰণৰ প্ৰবেশ)

সিংহৰণ। (উচপ খাই) ইয়াত কোন..... ৰাজকুমাৰী! আৰু এইটো দেখোন যৱন!

অলকা। মহাবীৰ! নাৰীৰ মৰ্য্যদাক সন্মান কৰিব নজনা এই যৱনক তুমি এশিকণি দি তাক যাবলৈ বাধ্য কৰা।

সিংহৰণ। যৱন! তোমাৰ দেশৰ সভ্যতাই নাৰীক সন্মান কৰিবলৈ নিশিকায় নেকি? সচাঁকৈয়ে তুমি বৰ্ব্বৰ নেকি?

যৱন। কেৱল সেই সভ্যতাই মোক ৰখাই থৈছে, নহলে এই মানচিত্ৰ যি কোনো পুৰুষৰ হাতত্তেই থাকক যি উপায়েৰেই নহওক তাক কাঢ়ি লোৱা মোৰ কৰ্ত্তব্য আছিল।



সিংহৰণ। তুমি বৰ নিলাজ যৱন। আনৰ ৰাজ্যত আহি এনেকুৱা ব্যৱহাৰেৰে নিজৰ মৰণ মাতি আনিবলৈ তোমাৰ ভয় নালাগেনে?

যৱন। তাক নিমন্ত্ৰণ কৰিবলৈকে মই ইমান দূৰৰ পৰা আহিছো।

সিংহৰণ। ৰাজকুমাৰী! এই মানচিত্ৰখন মোক দি আপুনি নিৰাপদ হওক, ইয়াৰ পাছত কি হয় মই চাই লম।

অলকা। (মানচিত্ৰ দি) তোমাৰ কাৰণেই ইয়াক অনা হৈছিল।

সিংহৰণ। (মানচিত্ৰখন চাই) ভালেই হৈছে—ময়ো ইয়াৰ কাৰণেই অপেক্ষা কৰি আছিলো। (যৱনক) হেৰা, এতিয়া কোৱা তোমাৰ কি ইচ্ছা?

যৱন। (তৰোৱাল উলিয়াই) মানচিত্ৰ মোক দিয়া, নহলে তোমাৰ প্ৰাণ দিব লাগিব।

সিংহৰণ। এই অধিকাৰৰ নিৰ্ব্বাচন তৰোৱালে কৰিব। তেতিয়াহলে সাৱধান হৈ যোৱা। (তৰোৱাল টানে)

(যৱনৰ লগত যুদ্ধ, সিংহৰণ আহত হয়, কিন্তু তেওঁৰ প্ৰত্যাক্ৰমণত যৱনে ভয় পাই পলাই যায়)

অলকা। বীৰ! যদিও তোমাৰ বিশ্ৰামৰ প্ৰয়োজন, কিন্তু ইয়াৰ অৱস্থা অতি সাংঘাতিক। সি গৈ কিবা উৎপাত কৰিব। পিতাদেৱে সম্পূৰ্ণভাবে যৱনৰ ওচৰত আত্মসমৰ্পণ কৰিছে।

সিংহৰণ। (হাঁহে আৰু গাৰ তেজ মচে) মোৰ কাম হৈ গল ৰাজকুমাৰী। মোৰ নাও প্ৰস্তুত, মই যাওঁ। কিন্তু বৰ অনৰ্থ হব খুজিছে, গান্ধাৰৰ মহাৰাজে কোনোৰকমেই নুবুজে নেকি?

অলকা। কোনোৰকমেই নুবুজে। পৰ্ব্বতেশ্বৰৰ লগত তেওঁৰ ঘোৰ শত্ৰুতা।

সিংহৰণ। বাৰু কি হয় দেখা যাব। সোঁৱা চাওক মোৰ নাও আহিব লাগিছে, এতিয়া মই বিদায় মাগিছো।

(সিন্ধু নৈয়েদি নাও আহে আৰু আহত সিংহৰণ নাৱত উঠে, সিংহৰণ আৰু অলকা এজনে আনজনক চাই থাকে।)

অলকা। তোমাৰ এতিয়া ইমান দূৰলৈ যাবৰ গাত বল নাই, সেই কাৰণে মালবিকাও তোমাৰ লগত যাব।

সিংহৰণ। যি আদেশ। আকৌ শীঘ্রে দেখা হব। জন্মভূমিৰ কাৰণেই এই জীৱন। আপোনাৰ নিচিনা সুকুমাৰী যেতিয়া ইয়াৰ সেৱাৰ কাৰণে দৃঢ়-প্রতিজ্ঞ, তেতিয়া মই কিয় পাছ পৰি থাকিম। বাৰু। নমস্কাৰ।

(মালবিকা নাৱত বহে। অলকাই সতৃষ্ণ নয়নেৰে তেওঁক চাই আৰু নমস্কাৰ কৰে। নাও এৰি দিয়ে)।

(চাৰিজন সৈনিকক লগত লৈ যৱনৰ প্রৱেশ)

যৱন। মোৰ চিকাৰ পলাই গ'ল। সকলোবোৰ এই ৰমণীৰ প্রবঞ্চনা। এওঁক বন্দী কৰা!

(সৈনিকে অলকাক দেখি তলমূৰ কৰে)

যৱন। সৈনিক, এওঁক বন্দী কৰা।

সৈনিক। মই কেতিয়াও নোৱাৰো।

যৱন। কিয়, গান্ধাৰৰ ৰজাই তোমাক কি আদেশ দিছিল?

সৈনিক। আপুনি যাক বন্দী কৰিবলৈ কয়, তেওঁকে বন্দী কৰি মহাৰাজৰ ওচৰলৈ লৈ যাবলৈ।

যৱন। তেতিয়া হলে পলম কৰিছা কিয়?

(অলকাই ইঙ্গিতেৰে নিষেধ কৰে।)

সৈনিক। মোৰ ইচ্ছা।

যৱন। তুমি ৰাজদ্রোহী।

সৈনিক। কেতিয়াও নহয়। কিন্তু আমাৰ দ্বাৰা এই কাম হ'ব নোৱাৰে।

যৱন। সাৱধান! তোমালোকে এই আদেশ ভঙ্গৰ ফল ভুগিব লাগিব। মই নিজেই বন্দী কৰিম।

(অলকাৰ ফালে আগবাঢ়ে, সৈনিকে তৰোৱাল টানে)

যৱন। (বৈ) ই কি?

সৈনিক। ভয় কৰিছা কিয়? কাপুৰুষ! তিৰোতাৰ ওপৰত বীৰত্ব দেখুৱাত তুমি বৰ আগৰণুৱা নহয়। কিন্তু এজন যুৱকৰ ওচৰৰ পৰা পলাই আহিছা কিয়?

যৱন। তেতিয়াহলে কি তুমি ৰাজ-আজ্ঞাক নিজেও পালন নকৰিবা আৰু মোকো পালন কৰিবলৈ নিদিবা?



সৈনিক। যদি মৰিবলৈ সাহ আছে, আগলৈ আহা।

অলকা। (সৈনিকক) ৰবা, বাদ-বিবাদ কৰিবৰ সময় নাই। (যৱনক) কোৱা, তোমাৰ অভিপ্রায় কি?

যৱন। মই তোমাক বন্দী কৰিব খুজিছো।

অলকা। বন্দী কৰি নিবা কলৈ?

যৱন। গান্ধাৰৰ মহাৰাজৰ ওচৰলৈ।

অলকা। ব'লা মই গৈছো।

(আগে আগে অলকা পাছে পাছে যৱন আৰু সৈনিক যায়)

## সপ্তম দৃশ্য

### স্থান—মগধৰ বন্দীশাল।

চাণক্য—বতাহৰ গতিয়েই যেতিয়া অৱৰুদ্ধ হৈ আছে শৰীৰৰ কথানো আৰু কি কম? কিন্তু মনত ইমান সঙ্কল্প আৰু বিকল্প কিয়? এবাৰ ওলাবলৈ পোৱাহেঁতেন, দেখুৱালোহেঁতেন যে এই দুৰ্ব্বল হাতত সাম্রাজ্য বগৰাব পৰা শক্তি আছে আৰু আছে বামুণৰ সুকোমল অন্তৰত কৰ্ত্তব্যৰ কাৰণে প্রলয়ৰ ধুমুহা সৃষ্টি কৰিব পৰা কঠোৰতাও। শৃঙ্খলাবদ্ধ লোহাৰ শিকলি! তই এবাৰ ফুলৰ মালাত পৰিণত হ আৰু মই মদোন্মত্ত বিলাসীৰ দৰে তোৰ সেই সৌন্দৰ্য্য ভঙ্গ কৰি দিওঁ। কান্দিম নেকি? এই নিষ্ঠুৰ যন্ত্রণাত অস্থিৰ হৈ দয়া ভিক্ষাকে মাগো নেকি? ৰজাক কওঁ নেকি মোৰ আহাৰৰ কাৰণে এমুঠি অন্ন দিয়া, বা নিদিয়া, মোক স্বাধীন কৰি দিয়া। ওহোঁ! নহয় চাণক্য, এনেকুৱা নকৰিবি। তেতিয়া হলে তয়ো সাধাৰণ মানুহৰ দৰে ঘাত-প্রতিঘাতত চূৰ্ণ-বিচূৰ্ণ হৈ এক উই-হাফলুত পৰিণত হৈ পৰিবি। তেনে হলে মই আজিৰ পৰা প্রতিজ্ঞা কৰিছো যেকাৰো ওচৰত দয়া ভিক্ষা নকৰো, সুযোগ আৰু সুবিধা পালেও কাকো দয়া নকৰো, (ওপৰলৈ চাই) কেতিয়াও নকৰো। এৰা, এৰা, কেতিয়াও

কাৰো ওপৰত নকৰো। মই গতিত প্ৰলয়ৰ দৰে আৰু কৰ্ত্তব্যত ইন্দ্ৰৰ বজ্ৰৰ দৰে ভয়ানক হম।

( দুৱাৰ খোলে, বৰৰুচি আৰু ৰাক্ষসৰ প্ৰবেশ )

ৰাক্ষস। স্নাতক! ভালে আছা নহয়?

চাণক্য। বেয়ানো কেতিয়া আছিলো বৌদ্ধ অমাত্য!

ৰাক্ষস। আজি আমি এটা কামত আহিছো; আশা কৰিছো তুমি নিজৰ মইমতালিৰে তোমাৰ নিজৰ আৰু মোৰ অনিষ্ট নকৰিবা।

বৰৰুচি। এৰা চাণক্য! অমাত্যৰ কথা শুনা।

চাণক্য। ভিক্ষোপজীৱী ব্ৰাহ্মণ্! বৌদ্ধৰ লগত থাকি থাকি নিজৰ গৰিমাৰ কথা একেবাৰে পাহৰি পেলালা নেকি? চাটুকাৰৰ কথাত হৰিভৰ দি জীৱনৰ বাস্তৱতাৰ হাত-সাৰি মোকো কুকুৰৰ দৰে পাঠ পঢ়াব খুজিছা? পাহৰি নাযাবা, যদি ৰাক্ষস মানুহ নহৈ দেৱতা হৈ যায়, তথাপিও তেওঁৰ বিৰোধিতা কৰিবৰ কাৰণে মই বামুণৰ পৰা দৈত্যৰ ৰূপ ধাৰণ কৰিম।

বৰৰুচি। তুমি ব্ৰাহ্মণ ভাই! ত্যাগ আৰু ক্ষমাৰ জলন্ত প্ৰতীক—তপোনিধি ব্ৰাহ্মণ! ইমান ·· ।

চাণক্য। লোহা আৰু সোণৰ আগত মূৰ দোৱাঁবৰ কাৰণে আমি বামুন হোৱা নাই। ত্যাগ আৰু ক্ষমা, তপ আৰু বিদ্যা, শক্তি আৰু সন্মানক অটুট ৰাখিবলৈহে বামুণৰ জন্ম হৈছে। আমি দিয়া বিভূতিৰ দ্বাৰা আমাক অপমানিত কৰিব, এনে হব নোৱাৰে। কাত্যায়ন! এতিয়া কেৱল পানিনিৰ দ্বাৰা কাম নচলিব। অৰ্থশাস্ত্ৰ আৰু দণ্ডনীতিৰো প্ৰয়োজন।

বৰৰুচি। মই সুত্ৰৰ ব্যাখ্যা লিখিছো চাণক্য! সেই কাৰণেই তোমাক মোৰ সহকাৰী কৰিব খুজিছো। তুমি এই বন্দীশালৰ পৰা ওলোৱা।

চাণক্য। মই লিথক নহওঁ কাত্যায়ন। মই শাস্ত্ৰপ্ৰণেতা—শাস্ত্ৰ-ব্যৱস্থাপক।

ৰাক্ষস। বাৰু, মই আদেশ দিছো তুমি বাদ-বিবাদ নকৰি স্পষ্ট ভাৱে উত্তৰ দিয়া যে তুমি মগধৰ গুপ্তচৰ হৈ তক্ষশিলালৈ যাব খোজানে নাই মৃত্যু বৰণ কৰিব খোজা? তোমাকনো কিয় ইমান বিশ্বাস কৰি পঠিয়াব খুজিছো, সেইটো কথা তোমাৰ মত পালেই কম।

চাণক্য। তক্ষশিলালৈ যাব খোজো, কিন্তু তোমাৰ সহায়ৰ কাৰণে নহয়। আৰু শুনা, পৰ্ব্বতেশ্বৰক বিনাশ কৰিবলৈ কেতিয়াও নহয়।



ৰাক্ষস। বহুত হল, অধিক কবৰ কোনো প্ৰয়োজন নাই।

বৰৰুচি। বিষ্ণুগুপ্ত! মোৰ সুত্ৰৰ ব্যাখ্যা অসম্পূৰ্ণ হৈ ৰব। কথা শুনা, শালাতুৰীয় ব্যাকৰণবিদে যিলিখিছিল, পানিনিত প্ৰয়োগ কৰিবৰ কাৰণে তুমি সেইবোৰৰ অলপ অনুসন্ধান কৰিব লাগিব। এবাৰ তক্ষশিলালৈ যোৱাৰ পাছত তাৰ ·····।

চাণক্য। পানিনিৰ কথা ভাবিবলৈ মোৰ সময় নাই। ভাষা শোধন কৰাৰ আগতে মই মানুহবোৰৰ মন শোধণ কৰিব খুজিছো—বুজিছা!

বৰৰুচি। যি "শ্বযুবমঘোনামতদ্বিতে" সুত্ৰ লিখিছে তেওঁ কেৱল বৈয়াকৰণেই নহয়, দাৰ্শনিকো। তেওঁক অৱহেলা!

চাণক্য। এইটো কথা মোৰ বোধগম্য নহয়, মই কুকুৰ, সাধাৰণ মানুহ আৰু ইন্দ্ৰক কেতিয়াও একে সুত্ৰত বান্ধিব নোৱাৰো। কুকুৰ কুকুৰেই থাকিব, ইন্দ্ৰ ইন্দ্ৰ। শুনা বৰৰুচি। মই কুকুৰক কুকুৰৰ দৰেই ৰাখিব খুজিছো। নীচ মানুহৰ হাতত ইন্দ্ৰৰ অধিকাৰ দিলে কি সুখ হয়, তাক মই ভুগি আছো।

বৰৰুচি। তুমি মুক্তিও নিবিচাৰা?

চাণক্য। তোমালোকৰ পৰা তাকো নহয়।

ৰাক্ষস। বাৰু, তেতিয়া হলে তুমি আকৌ অন্ধকূপলৈ যাব লাগিব।

( হঠাৎ হাতত ৰক্তপূৰ্ণ তৰোৱাল লৈ চন্দ্ৰগুপ্তৰ প্ৰবেশ। চন্দ্ৰগুপ্তই চাণক্যৰ বান্ধোন কাটে, ৰাক্ষসে প্ৰতিহাৰীক মাতিব খোজে। )

চন্দ্ৰগুপ্ত। মনে মনে থাকা অমাত্য। মৰাশৰ কথা কবলৈ শক্তি নাই, তোমাৰ প্ৰতিহাৰী এতিয়া জীয়াই থকা নাই।

চাণক্য। মোৰ শিষ্য! বৎস চন্দ্ৰগুপ্ত!

চন্দ্ৰগুপ্ত। বলক গুৰুদেৱ! ( তৰোৱাল ডাঙি ৰাক্ষসক ) যদি তুমি চিঞৰ-বাখৰ কৰা তেতিয়া হলে·····।

( ৰাক্ষস বহে আৰু বৰৰুচি লুটি খাই পৰে। চন্দ্ৰগুপ্তই চাণক্যক লৈ বাহিৰ ওলাই, দুৱাৰ বন্ধ কৰি দিয়ে )

## অষ্টম দৃশ্য

### স্থান—গান্ধাৰ-ৰাজৰ প্ৰকোষ্ঠ

( ৰজাই চিন্তিত ভাবে প্ৰবেশ কৰে। )

ৰজা। বুঢ়া হৈ আহিছো, কিন্তু মন এতিয়াও বুঢ়া হোৱা নাই। ইমান দিন কেৱল তৃষ্ণাক তৃপ্ত কৰি আহিছো, তথাপিও মোৰ তৃষ্ণা তৃপ্ত হোৱা নাই। আম্ভীকৰতো এতিয়া যৌৱন কাল, তাৰ মনত মহৎ আকাঙ্ক্ষা থকাতো স্বাভাৱিক। তাৰ পথ অতিশয় কুটিল, স্বৰ্গৰ কল্পনাৰ সফলতাও তাৰ পাছত ধাৱিত হৈ আছে। ( ভাবি ) এৰা, উচিত হোৱা নাই, কিন্তু উন্নতিৰ শিখৰলৈ উঠিবলৈ হলে সহজ পথেদি যোৱা সম্ভৱপৰ নহয়। ( বৈ ) বন্ধ কৰি দিওঁ তেতিয়াহলেতো বৰ মজা হব, যেতিয়া তেওঁলোক সোমাই আহিব, তেতিয়া গান্ধাৰেও সেই কষ্ট ভুগিব লাগিব—যি কষ্ট আমি আনক দিব খুজিছো।

( যৱন আৰু ৰক্ষকৰ সৈতে অলকাৰ প্ৰবেশ )

ৰজা। আই! অলকা!

অলকা। হয় মহাৰাজ, মই অলকা।

ৰজা। মহাৰাজ নহয়, পিতাদেউ বোলা! অলকা, তোমাক আৰু মই কিমান শিকাম ?

অলকা। নহয় মহাৰাজ।

ৰজা। আকৌ মহাৰাজ! পাগলী ছোৱালী। পিতাদেউ।

অলকা। সেইটো কেনেকৈ হব মহাৰাজ। পিতা বুলি সম্বোধন কৰিলে মোৰ ন্যায়ী পিতা যদি মোৰ ফলিয়া হৈ যায়।

ৰজা। সেইটো কি ?

যৱন। মহাৰাজ! মই জনা নাছিলো যে এওঁ ৰাজকুমাৰী। জনা হলে মই এওঁক বন্দী নকৰিলোহেঁতেন।



ৰজা। চেলিউকচ্! যৱন! এয়া যে মোৰ ৰাজকুমাৰী অলকা। আহ আই।

( অলকাৰ ফালে হাত মেলে, অলকা পিছুৱাই যায়। )

অলকা। নহয় মহাৰাজ। আগতে ন্যায় বিচাৰ কৰক।

যৱন। তক্ষশিলাৰ সীমাত যি দলং সজা হৈছে এওঁ তাৰ মানচিত্ৰ অঁকাইছিল, আৰু যেতিয়া মই সেইখন খুজিলো, তেতিয়া এওঁ মানচিত্ৰখন এজন যুৱকক দি তেওঁক আঁতৰাই পঠিয়ালে। মই আহি এই বাতৰি আপোনাক দিয়াত আপুনি তেওঁলোকক বন্দী কৰি লৈ আহিবলৈ আদেশ দিছিল। কিন্তু সেই যুৱক পলাই গল।

ৰজা। কি হল আই ? মানচিত্ৰ চাবলৈ ইচ্ছা হৈছে নেকি ? চেলিউকচ, ইয়াত চিন্তাৰ কি আছে, যাবলৈ দিয়া। সেই মানচিত্ৰই তোমাৰ দলং সজা বন্ধ কৰিব নোৱাৰে।

অলকা। নহয় মহাৰাজ। সেই মানচিত্ৰ এটা বিশেষ কামৰ কাৰণে তৈয়াৰ কৰা হৈছে—তাৰ দ্বাৰা গান্ধাৰৰ গাত লগা কালিমা ধুবৰ কাৰণে......।

ৰজা। সেইটো মই জানো আই। তুমি জানো কিবা অবুজন ছোৱালী!

( বেগেৰে আম্ভীকৰ প্ৰবেশ। )

আম্ভীক। নহয় পিতাদেউ, আপোনাৰ ৰাজ্যত এক ভয়ানক ষড়যন্ত্ৰ চলিব লাগিছে ; তাৰ কেন্দ্ৰ হৈছে তক্ষশিলাৰ গুৰুকুল। এই অলকা সেই ৰহস্যপূৰ্ণ কুচক্ৰৰ চাবি-কাঠি।

ৰজা। কি অলকা! এইটো কথা সঁচানেকি ?

অলকা। সঁচা মহাৰাজ। যি উন্নতিৰ আশাত আম্ভীকে এই নীচ কাম কৰিছে, তাৰ প্ৰথম ফল মই বন্দিনী হৈছো, সম্ভৱ কাইলৈ আপুনি হব। পৰহিলৈ গান্ধাৰৰ জনতায়ো ইয়াক ভোগ কৰিব আৰু ইয়াৰ মুখীয়াল হব আপোনাৰ বংশ-উজ্জলকাৰী বংশধৰ আম্ভীক।

যৱন। ই মিছা কথা, আমাৰ সন্ধি অনুসাৰে দেৱপুত্ৰৰ সাম্ৰাজ্য আৰু গান্ধাৰ ৰাজ্য দুয়োখনেই মিত্ৰৰাজ্য।

আম্ভীক। চেলিউকচ্! তুমি বিশ্ৰাম কৰা। মই এই সম্বন্ধে জানি লৈ তোমাক জনাম।

( এফালে যৱনৰ প্ৰস্থান আৰু আনফালে ৰক্ষকৰ প্ৰস্থান। )

ৰজা। কিন্তু আম্ভীক। ৰাজকুমাৰীক বন্দী কৰা হৈছে—সিও মোৰ চকু আগত। এতিয়া এই শাস্তিৰ ব্যৱস্থা এটা যৱনে কৰিব, এয়েইতে তোমাৰ আয়োজনৰ ফল।

অলকা। মহাৰাজ! মোক দণ্ড দিয়ক, কাৰাগাৰলৈ পঠিয়াওক, নহলে মৃ হলেও মই ইয়াকে কৰিম। কুলপুত্ৰৰ তেজেৰে আৰ্য্যাবৰ্ত্তৰ মাটি তি যাব। জননী জন্মভূমিয়ে দানবী হৈ নিজৰ সন্তানক গিলিব মহাৰাজ আৰ্য্যাবৰ্ত্তৰ সকলো সন্তান আম্ভীকৰ নিচিনা নহয়। তেওঁলোকে ইয় সন্মান ৰক্ষা আৰু প্ৰতিষ্ঠাৰ কাৰণে তিল তিল কৰি নিজক নিঃশে কৰি দিব। মনত ৰাখিব, যৱনৰ বিজয়-বাহিনীক আক্ৰমণৰ দ্বাৰ প্ৰত্যাবৰ্ত্তন কৰি পঠাব এই ভাৰত-সন্তানেই। তেতিয়া যি ক্ষতাঙ্গ বী জীয়াই থাকিব তেওঁলোকে গান্ধাৰক-ভাৰতৰ দুৱৰীক—বিশ্বাসঘাতক বু চিঞৰিব আৰু তাত মোৰ পিতাৰ নাম লোৱা হব। আহ্! এইবো শুনিবলৈ মোক জীয়াই নাৰাখিব, দণ্ড দিয়ক—মৃত্যু দণ্ড!

আম্ভীক। তেওঁলোকে দেখিছো এইক খুব উচটাইছে। ৰাজনীতিৰ ক এই কি বুজে? পিতা! পৰ্ব্বতেশ্বৰে, উদণ্ড পৰ্ব্বতেশ্বৰে মোক যি অপম কৰিছিল, তাৰ প্ৰতিশোধ!

ৰজা। এৰা আই। পৰ্ব্বতেশ্বৰে স্পষ্ট ভাবে কৈ দিছে যে কাপুৰুষ আম্ভী লগত মই লোকবিশ্ৰুত বংশৰ কুমাৰীৰ বিয়া নিদিওঁ। ইয়াৰ বাহিৰে তেওঁ বিতস্তা নৈৰ এই পাৰে এটা সীমা তৈয়াৰ কৰি দিছে সেই সী অতীজৰ সন্ধিৰ বিৰুদ্ধে আছিল।

অলকা। তেতিয়াহলে মহাৰাজ! সেই অপমানৰ প্ৰতিশোধ লবৰ কাৰণে যুদ্ধ কৰি মৰি যোৱা নাই, তেওঁ কাপুৰুষ নহৈ আৰু কি?

আম্ভীক। মনে মনে থাক অলকা।

ৰজা। তোমালোক দুয়োৰে ঠিক কথাই কৈছা, কিন্তু মই এতিয়া কৰো কি

অলকা। মহাৰাজ! তেতিয়াহলে মোক শাস্তি দিয়ক, কাৰণ ৰা উত্তৰাধিকাৰী আম্ভীকহে ইয়াৰ শুভাশুভৰ গৰাকী। মই ভুল পথে গৈছো।

ৰজা—সেইটো মই কেনেকৈ কম?

অলকা। তেতিয়াহলে মোক আদেশ দিয়ক, মই ৰাজপ্ৰাসাদ এৰি যাওঁ।

ৰজা। কলৈ যাবি আৰু কি কৰিবি অলকা?



অলকা। মই গান্ধাৰত বিদ্ৰোহ বিয়পাম।

ৰজা। নহয়, তই কেতিয়াও এনেকুৱা নকৰিবি।

অলকা। কৰিম মহাৰাজ, নিশ্চয় কৰিম।

ৰজা। মই পাগল হৈ যাম। মোৰ বিশ্বাস হোৱা নাই অলকা।

আম্ভীক। তেতিয়াহলে অলকা, মই নিজৰ হাতেৰে তোক হত্যা কৰিম।

ৰজা। নহয় আম্ভীক। মনে মনে থাক। সাৱধান। অলকাৰ শৰীৰত যি হাত তুলিব খুজিব তাক মই দ্বন্দ্ব-যুদ্ধৰ কাৰণে আহ্বান কৰিম।

(আম্ভীকে তলমূৰ কৰে।)

অলকা। মই যাওঁ পিতাদেউ।

ৰজা। (অন্যমনস্ক হৈ পৰে।) যা। (অলকা গুচি যায়।)

ৰজা। আম্ভীক!

আম্ভীক। পিতাদেউ!

ৰজা। আকৌ ঘূৰি বল।

আম্ভীক। এনেকুৱা অৱস্থাত ঘূৰিয়েই আহিলোহেতেন, কিন্তু এতিয়া যে যৱন সৈনিক বুকুৰ ওপৰত থিয় হৈ আছে। দলং সজা হৈ গৈছে। নহলে প্ৰথমতে গান্ধাৰৰ বিনাশ হব।

ৰজা। তেতিয়াহলে? (উশাহ লৈ) যি হব লগা আছে সি হওক। কিন্তু এটা কথা আম্ভীক। আজিৰ পৰা মোক একো নকবি। নিজে যি উচিত বুলি ভাবিবি, তাকে কৰিবি। মই অলকাক বিচাৰি যাওঁ। এতিয়া গান্ধাৰে জানে আৰু তই জান।

(বেগেৰে প্ৰস্থান।)

## নবম দৃশ্য

### স্থান—পৰ্ব্বতেশ্বৰৰ ৰাজসভা

পৰ্ব্বতেশ্বৰ। আৰ্য্য চাণক্য! আপোনাৰ কথা মই ভালকৈ বুজিব পৰা নাই।

চাণক্য। কেনেকৈ পাৰিব, এতিয়া মোৰ কেৱল কথাহে সম্বল, কিবা কাম কৰি দেখুৱাবলৈ মই এতিয়াও অসমৰ্থ।

পৰ্ব্বতেশ্বৰ। কিন্তু বৰ্ত্তমান মই যৱনৰ লগত যুদ্ধ কৰিব খুজিছো, সেই কাৰণে মই এজন সৈনিককো মগধলৈ পঠিয়াব নোৱাৰো।

চাণক্য। কি কৰিম মই নিৰুপায়। আকৌ ঘূৰি যাম। কিন্তু নহলে ভবিষ্যতৰ যুদ্ধত মগধৰ লক্ষাধিক সেনাই পৌৰৱ পৰ্ব্বতেশ্বৰৰ পতাকাৰ তলত থাকি যুদ্ধ কৰিলেহেতেন। সেই মগধ যি সাহায্য ভিক্ষা কৰা কাৰণে পঞ্চনদক তিৰস্কাৰ কৰিছিল।

পৰ্ব্বতেশ্বৰ। সেইটো হয়, কিন্তু এই মগধ বিদ্ৰোহৰ কেন্দ্ৰ কোন হব? নন্দৰ বিপক্ষেনো কোন থিয় হব?

চাণক্য। মৌৰ্য্য সেনাপতিৰ পুত্ৰ চন্দ্ৰগুপ্ত। তেওঁ মোৰ লগত ইয়ালৈকে আহিছে।

পৰ্ব্বতেশ্বৰ। চাবলৈ গলে পিপলি কাননৰ মৌৰ্য্য সকলতো বৃষল। তেওঁক ৰাজ-সিংহাসন দিব জানো?

চাণক্য। যেতিয়া আৰ্য্য কৰ্ম্মৰ লোপ হৈ যাবলৈ ধৰিলে তেতিয়া এওঁলোকৰ বৃষলত্ব প্ৰাপ্ত হল। প্ৰকৃততে এওঁলোক ক্ষত্ৰিয়। বৌদ্ধৰ প্ৰভাৱত পৰা কাৰণে এওঁলোকৰ বৈদিক সংস্কাৰ নাইকিয়া হৈ গল সচাঁ, কিন্তু এওঁলোক যে ক্ষত্ৰিয় ইয়াত কোনো সন্দেহ নাই। মহাৰাজ! ধৰ্ম্মৰ নিয়ন্তা হৈছে ব্ৰাহ্মণ। গতিকে পাত্ৰ দেখি সংস্কাৰ কৰিবলৈ মোৰ অধিকাৰ আছে। ব্ৰাহ্মণত্ব হৈছে এক সাৰ্ব্বভৌম, শাশ্বত বুদ্ধি বৈভৱ। তেওঁ নিজৰ ৰক্ষা, দেশৰ ৰক্ষা আৰু সেৱাৰ কাৰণে নীচ বৰ্ণৰ মানুহকো সংগঠন কৰিব পাৰে। ক্ষত্ৰিয়ৰ সংস্কাৰ থকা মানুহক অভিষিক্ত কৰাত দোষ কি?

পৰ্ব্বতেশ্বৰ। (হাঁহি) এইটো আপনাৰ সুবিচাৰ নহয় ব্ৰাহ্মণ।



চাণক্য। যেতিয়া বশিষ্ঠৰ ব্ৰাহ্মণত্ব পীড়িত হৈ পৰিছিল তেতিয়া পল্লৱ, দৰদ, কাম্বোজ আদিক ক্ষত্ৰিয় পতা হৈছিল, গতিকে মহাৰাজ, এইটো কোনো নতুন কথা নহয়।

পৰ্ব্বতেশ্বৰ। সেই শক্তি ঋষি, মুনি সকলৰহে আছিল।

চাণক্য। ঋষি কাক কয় ভবিষ্যতে ইয়াৰ বিচাৰ কৰিব। ক্ষত্ৰিয়াভিমানী পৌৰৱ। তুমি ইয়াৰ নিৰ্ণয় কৰ্ত্তা হব নোৱাৰা।

পৰ্ব্বতেশ্বৰ। শূদ্ৰৰ শাসিত ৰাষ্ট্ৰত থকা বামুণৰ মুখত এনেকুৱা কথাই শোভা নাপায়।

চাণক্য। সেই কাৰণেইতো বামুণে মগধক ক্ষত্ৰিয়ৰ শাসনলৈ আনিব খুজিছে। পৌৰৱ! শাস্ত্ৰত ক্ষত্ৰিয়ক উদ্দেশ্য কৰি কোৱা হৈছে যে যেতিয়া ক্ষত্ৰিয়ই অস্ত্ৰ ধাৰণ কৰে, তেতিয়া তেওঁৰ মুখৰ পৰা আৰ্ত্ত-বাণী শুনা নাযায়, মৌৰ্য্য চন্দ্ৰগুপ্ত সেই ক্ষত্ৰিয়ই প্ৰমাণিত হব।

পৰ্ব্বতেশ্বৰ। ই আপোনাৰ কল্পনা।

চাণক্য। প্ৰত্যক্ষ হব। আৰু মনত ৰাখিবা, আসন্ন যৱন যুদ্ধত নিজৰ শক্তিৰ অহঙ্কাৰৰ কাৰণে তুমি পৰাজিত হবা। যৱনৰ দ্বাৰা সমগ্ৰ আৰ্য্যাবৰ্ত্ত পদদলিত হব। সেই সময়ত তোমাৰ মোৰ কথা মনত পৰিব।

পৰ্ব্বতেশ্বৰ। ব্ৰাহ্মণে কেৱল অভিশাপৰ অস্ত্ৰলৈহে যুদ্ধ কৰে। মই তালৈ ভয় নকৰো। কিন্তু বিভীষিকা দেখুৱা ব্ৰাহ্মণ্। তুমি মোৰ ৰাজ্যৰ সীমাৰ পৰা বাহিৰ হৈ যোৱা।

চাণক্য। (ওপৰলৈ চাই) হাঁয়! পদদলিত ব্ৰাহ্মণ্! চা, শূদ্ৰই বন্দী কৰিলে, ক্ষত্ৰিয়ই নিৰ্ব্বাসিত কৰিলে, তেতিয়াহলে জ্বল, আকৌ এবাৰ নিজৰ শক্তিৰে জ্বলি উঠ। ইয়াৰ ফিৰিঙ্গতিত তোৰ পোষক বৈশ্য, সেৱক শূদ্ৰ আৰু ৰক্ষক ক্ষত্ৰিয়ৰ উৎপন্ন হওক। আহিছো পৌৰৱ।

(প্ৰস্থান)

## দশম দৃশ্য

স্থান—কানন পথ। অলকা।

অলকা। আহি আছো। সন্মুখত অনন্ত পথ, কতো পান্থশালা নাই আৰু আগত কোনো নিৰ্দ্দিষ্ট স্থান নাই। পৰ্ব্বতৰ পৰা বাগৰি অহা স্রোতস্বিনীৰ দৰে কেৱল অবিৰাম ভ্ৰমণ, খুন্দা খোৱা আৰু তিৰস্কাৰ। এই হাবিৰ মাজত কলৈ আহি আছো ( আগফালে চাই ) যৱন! যৱন !!

( চিকাৰীৰ সাজত চেলিউকচৰ প্ৰবেশ )

চেলিউকচ। সুন্দৰী ৰাজকুমাৰী, তুমি ইয়াত ?

অলকা। মোৰ দেশ, মোৰ পৰ্ব্বত, মোৰ নৈ, আৰু এইয়া মোৰ অৰণ্য। এই ভূমিৰ এক-এক পৰমাণু মোৰ, আৰু মোৰ শৰীৰৰ এটা এটা সৰু অংশ এই পৰমাণুৰ পৰা জন্ম লভিছে। তেতিয়া হলে মই যাম কলৈ যৱন ?

চেলিউকচ। কিন্তু তুমি এতিয়া অকলশৰীয়া সুন্দৰী।

অলকা। সেইটোতো ঠিকেই। ( আনফালে চাই হঠাৎ ) সোঁৱা চোৱা

( চেলিউকচে সেইফালে চাই, অলকা আনফালে ওলাই যায়। )

চেলিউকচ। ওলাই গল। ( আন ফালে যায়। )

( চাণক্য আৰু চন্দ্ৰগুপ্তৰ প্ৰবেশ। )

চাণক্য। বৎস! তোমাৰ বৰ ভাগৰ লাগিব পায়।

চন্দ্ৰগুপ্ত। আৰ্য্য! শিৰে নিজৰ বান্ধোন ঢিলা কৰি দিছে, শৰীৰ অৱসন্ন হৈ পৰিছে, লগতে পিয়াহো লাগিছে।

চাণক্য। আৰু অলপ আগবাঢ়ি যাব নোৱাৰিবানে ?

চন্দ্ৰগুপ্ত। আপোনাৰ যি আদেশ।

চাণক্য। অলপ আগত সিন্ধু নৈ বৈ আছে, তাৰ পাৰত বিশ্ৰাম কৰা বোধকৰো উচিত হব।

( চন্দ্ৰগুপ্ত আগ বাঢ়িব খোজে, কিন্তু ভাগৰত বহি পৰে। )

চাণক্য। ( তেওঁক ধৰি ) সাৱধান চন্দ্ৰগুপ্ত !



চন্দ্ৰগুপ্ত। আৰ্য্য! পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে, মূৰটোও বৰ ঘূৰাইছে।

চাণক্য। তুমি বিশ্ৰাম কৰা। মই এতিয়াই পানী লৈ আহিছো।

( প্ৰস্থান )

( চন্দ্ৰগুপ্তৰ শৰীৰ ঘামেৰে তিতি যায়। তেওঁৰ ওচৰলৈ এটা বাঘ অহা দেখা যায়। হঠাৎ চেলিউকচ তাত প্ৰবেশ কৰে আৰু সাৱধানে কাঁড় মাৰে। বাঘ মৰে। চেলিউকচে চন্দ্ৰগুপ্তৰ জ্ঞান আনিবলৈ চেষ্টা কৰে। হাতত পানী লৈ চাণক্য আহে। )

চেলউকচ। অলপ পানী, এই শ্ৰান্ত পথিকৰ জীৱন ৰক্ষা কৰিবৰ কাৰণে অলপ পানী !

চাণক্য। ( পানীৰ ছিটা দি ) আপুনি কোন ?

( চন্দ্ৰগুপ্ত সুস্থ হয় )

চেলিউকচ। যৱনৰ সেনাপতি! তুমিনো কোন ?

চাণক্য। এজন ব্ৰাহ্মণ্।

চেলিউকচ। এওঁক কোনোবা শ্ৰীমন্ত পুৰুষ যেন লাগিছে। ব্ৰাহ্মণ্! তুমি এওঁৰ লগৰীয়া নেকি ?

চাণক্য। এৰা, মই এই ৰাজকুমাৰৰ গুৰু, শিক্ষক।

চেলিউকচ। মাতৃভূমি ?

চাণক্য। এই চন্দ্ৰগুপ্ত হৈছে মগধৰ নিৰ্ব্বাসিত ৰাজকুমাৰ।

চেলিউকচ। ( অলপ ভাবে। ) বাৰু এতিয়া মোৰ শিবিৰলৈ বলা, অলপ বিশ্ৰাম কৰি পাছত কলৈ যোৱা যাবা।

চন্দ্ৰগুপ্ত। এইটো বাঘ কেনেকৈ মৰিল ? আহ! পিয়াহত মই অচেতন হৈ পৰিছিলো। আপুনি মোৰ প্ৰাণ ৰক্ষা কৰিছে, এই কাৰণে মই আপোনাৰ ওচৰত কৃতজ্ঞ। আপুনি আদেশ দিয়ক আমি আপোনাৰ তাত উপস্থিত হম।

চেলিউকচ। তুমি যেতিয়া অজ্ঞান হৈ পৰিছিলা, তেতিয়া এই বাঘ তোমাৰ ওচৰত বহি আছিল, মই বিপদ দেখি ইয়াক মাৰি পেলালো। মই যৱনৰ সেনাপতি।

চন্দ্ৰগুপ্ত। ধন্যবাদ! ভাৰত-সন্তান কেতিয়াও অকৃতজ্ঞ নহয়। সেনাপতি! মই আপোনাৰ ওচৰত অনুগৃহীত, আপোনাৰ শিবিৰলৈ নিশ্চয় যাম।

( তিনিও জন যায়, অলকা আহে। )

অলকা। আৰ্য্য চাণক্য আৰু চন্দ্রগুপ্ত। এওঁলোকো দেখিছো যৱনৰ লগৰীয়া। যেতিয়া ধুমুহা হয়, শিলাবৃষ্টি, অনাবৃষ্টি আৰু দাবাগ্নিৰ প্রকোপ হবলৈ ধৰে, তেতিয়া সেই দেশৰ শস্য-শ্যামল খেতিৰ ৰক্ষক কোন্ হয়? শূন্য আকাশে এই প্রশ্নৰ উত্তৰ নিদিয়াকৈ ঘূৰাই দিয়ে। এওঁলোকৰ নিচিনা মানুহো যেতিয়া আক্ৰমণকাৰীৰ শৰণাপন্ন হল, তেতিয়া আৰু দেশ-ৰক্ষাৰ আশা ক'ত! যৱনৰ সৈন্য ঝিলাম্ নৈ পাৰ হব খুজিছে। উন্মত্ত পৰ্ব্বতেশ্বৰ নিজৰ চিন্তাত মগ্ন হৈ আছে। গান্ধাৰ এৰি যাওঁ, নহয়, আন ঠাইলৈ যোৱাৰ আগতে এবাৰ মহাত্মা দাণ্ডায়নক সেৱা কৰি তেওঁৰ পৰা শান্তিৰ অমৃত বাতৰি লৈ যাওঁ।

( যায় )

## একাদশ দৃশ্য

স্থান—সিন্ধু নৈৰ পাৰ ; দাণ্ডায়নৰ আশ্রম।

দাণ্ডায়ন। বতাহে এক মুহূৰ্ত্তও বিশ্রাম লোৱা নাই। সিন্ধুৰ জলধাৰা প্রবাহিত হৈয়েই আছে, আকাশৰ ওপৰেদি অসংখ্য চৰাই-চিৰিকতি দলবদ্ধ হৈ উৰি গৈ আছে। কব নোৱাৰো প্ৰত্যেক পৰমাণু কাৰ দ্বাৰা আকৰ্ষিত হৈ এইদৰে গতিবদ্ধ ভাবে চলিব লাগিছে। যি দৰে কাল নানাৰূপত অতিবাহিত হব লাগিছে সেই দৰেই ....।

( এনিচাক্রীটীজৰ প্রবেশ )

এনিচাক্রীটীজ। মহাত্মা!

দাণ্ডায়ন। মনে মনে থাকা, সকলো গৈ আছে, তুমিও গৈ থাকা। অৱকাশ নাই, অৱসৰ নাই।

এনিচাক্রীটীজ। আপোনাক অলপ......।

দাণ্ডায়ন। মোক একো নকবা। যদি কব খুজিছা তেতিয়া হলে নিজকে কোৱা, যাৰ প্রয়োজন তেওঁ শুনিব। দেখিছা কোনোবাই জানো কাৰোবাৰ কথা শুনিছে যদি মই কওঁ যে সিন্ধুৰ এটা বিন্দু, তই সোঁতত বৈ নগৈ মোৰ এটা কথা শুনিবৰ কাৰণে অলপ ৰৈ যা। কিন্তু সি শুনিব জানো? নব জানো, কেতিয়াও নহয়।



এনিচাক্রীটিজ। কিন্তু দেৱপুত্ৰই......।

দাণ্ডায়ন। দেৱপুত্র?

এনিচাক্রীটীজ। দেৱপুত্র জগৎ-বিখ্যাত আলেকজেণ্ডাৰে আপোনাক স্মৰণ কৰিছে। আপোনাৰ যশ, আপোনাৰ খ্যাতি শুনি আপোনাৰ পৰা অলপ উপদেশ লবলৈ তেওঁৰ প্রবল ইচ্ছা হৈছে।

দাণ্ডায়ন। ( হাঁহি ) যি অনন্ত ব্ৰহ্মৰ সুখ আৰু তেওঁৰ মহত্বৰ বিন্দুমাত্র আভাস পায় তেওঁক এই নশ্বৰ আৰু জাক-জমক আড়ম্বৰে অভিভূত কৰিব নোৱাৰে। দূত! তেওঁ কোনো শক্তিশালীৰ খেলাৰ পুতলা হব নোৱাৰে। তোমাৰ ৰজা এতিয়াও ঝিলামেই পাৰ হোৱা নাই, কিন্তু তথাপি তেওঁ জগৎ-বিখ্যাত উপাধি লৈ ইয়াৰ দ্বাৰা জগতক বঞ্চিত কৰিছে। মই লোভত, সন্মানত আৰু ভয়ত কাৰো ওচৰলৈ যাব নোৱাৰো।

এনিচাক্রীটীজ। মহাত্মান্! আপুনি এনেকুৱা কথা কৈছে কিয়? যদি নগলে আপোনাক দেৱপুত্রই শাস্তি দিয়ে?

দাণ্ডায়ন। মোৰ যি প্রয়োজন আছে, সেই প্রয়োজন পৰমাত্মাৰ বিভূতি প্ৰকৃতিয়ে সম্পূৰ্ণ কৰি দিছে। তেওঁ থাকোতে আনৰ শাসন কিয়? সেই বিভূৱেই সমস্ত প্ৰকাশ, জ্ঞান আৰু প্রাণশক্তি দান দিয়ে আৰু মৃত্যুৰ যোগেদি এই সকলোবোৰ ঘূৰাই লয়। যি বস্তু মানুহে দিব নোৱাৰে সেই বস্তু লব খোজা স্পৰ্দ্ধাতকৈ আৰু বেচি স্পৰ্দ্ধা বা অহঙ্কাৰ হব নোৱাৰে। মই গছৰ ফল-মূল আৰু আঁজলিৰে নৈৰ পানী খাই, তৃণ-শয্যাৰ ওপৰত চকু মুদি শুই থাকো। মই কাকো ভয় নকৰো, ময়ো আনৰ ভয়ৰ কাৰণ নহওঁ। সেই কাৰণে হঠাৎ তুমি যদি মোক নিব খোজা তেতিয়া হলে মোৰ শৰীৰকহে নিব পাৰিবা, কাৰণ মোৰ এই মুক্ত আৰু স্বাধীন আত্মাৰ ওপৰত তোমাৰ দেৱপুত্রৰ কোনো অধিকাৰ নাই।

এনিচাক্রীটীজ। তুমি সঁচাকৈয়ে বৰ নিৰ্ভীক ব্ৰাহ্মণ্। বাৰু মই যাওঁ, দেৱ-পুত্ৰক ইয়াকে কমগৈ।

( প্রস্থান )

( এফালৰ পৰা অলকা, আনকালৰ পৰা চাণক্য আৰু চন্দ্ৰগুপ্তৰ প্ৰৱেশ। সকলোৱে মহাত্মাক সেৱা কৰি সবিনয়ৰ সৈতে বহে। )

অলকা। দেৱ! মই গান্ধাৰ এৰি যাব খুজিছো।

দাণ্ড্যায়ন। কিয় অলকা, তুমি গান্ধাৰৰ লক্ষ্মী, তুমি কিয় গান্ধাৰ এৰি যাবা?

অলকা। ঋষি! যৱনৰ হাতত নিজৰ স্বাধীনতাক বেচি তেওঁৰ অনুগ্ৰহ দ্বাৰা জীয়াই থাকিবৰ শক্তি মোৰ নাই।

দাণ্ড্যায়ন। তুমি যে উত্তৰাপথৰ লক্ষ্মী। তুমি নিজৰ প্ৰাণ ৰক্ষা কৰি কৰি যাবা? ( অলপ ভাবি ) বাৰু যোৱা দেৱি! তোমাৰ প্ৰয়োজন আছে। মঙ্গলময় বিভুৱে অশেষ অমঙ্গল আৰু অকল্যাণৰ ভিতৰতো যে কিদৰে কল্যাণ লুকাই ৰাখে, তাক আমি কোনেও বুজিব নোৱাৰো। কিন্তু যেতিয়াই তোমাৰ ইচ্ছা হব, তুমি নিঃসঙ্কোচে গুচি আহিবা।

অলকা। দেৱ! মনত এটা সন্দেহ আছে।

দাণ্ড্যায়ন। কি অলকা?

অলকা। আপোনাৰ আগত বহি থকা এই দুজনৰ ওপৰত প্ৰথমতে মোৰ সম্পূৰ্ণ বিশ্বাস আছিল। কিন্তু এতিয়া দেখিছো এওঁলোকো যৱনৰ অনুগত হব খুজিছে।

( দাণ্ড্যায়নে চাণক্যৰ ফালে চাই, আৰু চাণক্যই কিবা ভাবিবলৈ ধৰে। )

চন্দ্ৰগুপ্ত। দেৱি! কৃতজ্ঞতাৰ বন্ধন চিৰদিনেই অমোঘ।

চাণক্য। ৰাজকুমাৰী! সেই পৰিস্থিতিৰ সম্বন্ধে আপুনি বুজিব পৰা নাই। এই বিষয়ে আপুনি নিশ্চিন্ত থাকিব পাৰে, আপোনাৰ শঙ্কা সম্পূৰ্ণ নিৰ্মূল।

দাণ্ড্যায়ন। সন্দেহ নকৰিবা অলকা। শুভাকাংক্ষী সম্পূৰ্ণ বিশ্বাসী হব লাগে। বিশ্বাসে সুফল দিয়ে, দুৰ্গতি নহয়।

( যৱন সৈনিকৰ প্ৰৱেশ। )

যৱন। দেৱপুত্ৰই আপোনাক সেৱা জনাবলৈ আহিব খুজিছে, আপোনাৰ কি আদেশ?

দাণ্ড্যায়ন। মই কি আদেশ দিম সৈনিক? মোৰ একো গুপ্ত ৰহস্য নাই, নিভৃত মন্দিৰ নাই, এই ঠাই সকলো সময়তে সকলোৰে কাৰণে উন্মুক্ত।

( সৈনিক যায়। )



অলকা। দেৱ! তেতিয়াহলে মই যাওঁ, মোক যাবলৈ আদেশ দিয়ক।

দাণ্ড্যায়ন। তোমাৰ একো ভয় নাই। অলপ ৰোৱাচান।

চাণক্য। মহাত্মা! আমাৰ প্ৰতি কি আদেশ? আন এসময়ত আহিম নেকি?

দাণ্ড্যায়ন। চাণক্য! তুমি অলপ দিন এই ঠাইত থাকিব লাগিব কিয়নো তুমি সকলো বিদ্যাৰ আচাৰ্য্য হোৱা সত্বেও ইয়াৰ ফল পোৱা নাই—তোমাৰ অন্তৰৰ উদ্বেগ শান্ত হোৱা নাই। এতিয়াও তোমাৰ অন্তৰত বিপ্লৱৰ সোঁত বৈ আছে। এইটো অৱস্থা সন্তোষজনক নহয়।

( চেলিউকচ, কাৰ্ণেলিয়া, এনিচাক্ৰীটীজ আদি সহচৰক লৈ আলেকজেণ্ডাৰৰ প্ৰৱেশ। আলেকজেণ্ডাৰে নমস্কাৰ কৰে, সকলো বহে। )

দাণ্ড্যায়ন। অভিনন্দন আলেকজেণ্ডাৰ। তোমাৰ সুবুদ্ধি হওক।

আলেকজেণ্ডাৰ। মহাত্মা! অনুগৃহীত হৈছো, কিন্তু মোক আৰু অলপ আশীৰ্ব্বাদ লাগে।

দণ্ড্যায়ন। ইয়াৰ বেচি আশীৰ্ব্বাদ দিবলৈ মই অসমৰ্থ। কাৰণ ইয়াৰ অতিৰিক্ত যি আশীৰ্ব্বাদেই হব, সি অমঙ্গলজনক হব।

আলেকজেণ্ডাৰ। মই আপোনাৰ মুখৰ পৰা বিজয়ৰ আশ্বাস শুনাৰ অভিলাষ লৈ আহিছো।

দাণ্ড্যায়ন। জয় ঘোষ তোমাৰ চাৰণে কৰিব, হত্যা, ৰক্তপাত আৰু অগ্নিকাণ্ডৰ উপকৰণ গোটোৱাত মোৰ আনন্দ নাই। বিজয় তৃষ্ণাৰ শেষ পৰাভৱত হে হয়, সুশাসনৰ দ্বাৰাহে ৰাজ-সত্বাৰ শ্ৰীবৃদ্ধি হব পাৰে, কেৱল বিজয়ৰ দ্বাৰা নহয়। এই কাৰণে নিজৰ প্ৰজাৰ কল্যাণৰ অৰ্থে নিজক নিয়োগ কৰা চিকণ্ডৰ।

আলেকজেণ্ডাৰ। বাৰু ( চন্দ্ৰগুপ্তক দেখুৱাই ) এই তেজস্বী যুৱক কোন?

চেলিউকচ। এওঁ মগধৰ এজন নিৰ্ব্বাসিত ৰাজকুমাৰ।

আলেকজেণ্ডাৰ। মই আপোনাক অভ্যৰ্থনা কৰিবৰ কাৰণে মোৰ শিবিৰলৈ নিমন্ত্ৰণ জনাইছো।

চন্দ্ৰগুপ্ত। অনুগৃহীত হৈছো। আৰ্য্য সকলে কাৰো নিমন্ত্ৰণ প্ৰত্যাখ্যান নকৰে।

আলেকজেণ্ডাৰ। (চেলিউকচক) এওঁৰ লগত তোমাৰ কেতিয়া চিনাকি হল?

চেলিউকচ। এওঁক মই আগতেই লগ পাইছো।

চন্দ্রগুপ্ত। আপোনাৰ উপকাৰৰ কথা মই পাহৰা নাই। মই অচেতন হৈ পৰি থকা অৱস্থাত আপুনি বাঘৰ মুখৰ পৰা মোৰ প্ৰাণ ৰক্ষা কৰিছিল।

আলেকজেণ্ডাৰ। অ' তেতিয়া হলে আপোনালোকৰ আগৰপৰা চিনাকি আছে। তেন্তে সেনাপতি, এওঁৰ আতিথ্যৰ ভাৰ আপোনাৰ ওপৰতে থাকিল।

চেলিউকচ। যথা আজ্ঞা।

আলেকজেণ্ডাৰ। (মহাত্মাক) মহাত্মা। যেতিয়া ভাৰত বিজয় কৰি ঘূৰি যাম তেতিয়া আকৌ আপোনাক দৰ্শন কৰিম।

দাণ্ডায়ন। সাৱধান! (চন্দ্ৰগুপ্তক দেখুৱাই) চোৱা, এইয়া ভাৰতৰ ভাবী সম্ৰাট তোমাৰ আগত বহি আছে।

(সকলোৱে স্তব্ধ হৈ চন্দ্ৰগুপ্তক চাই, আৰু চন্দ্ৰগুপ্তই আচৰিত হৈ কাৰ্ণেলিয়াৰ ফালে চাই ৰয়। এক দিব্য জ্যোতি)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

স্থান – সিন্ধুৰ পাৰৰ সীমাত গ্ৰীক শিবিৰ।

গছৰ তলত কাৰ্ণেলিয়া বহি আছে!

কাৰ্ণেলিয়া। সিন্ধুৰ এই অনুপম উপত্যকাই মোৰ চকুৰ আগত এখন নতুন চিত্ৰপট ডাঙি ধৰিছে। ইয়াৰ পৰা লাহে লাহে উত্তৰ হোৱা প্ৰশান্ত স্নিগ্ধতা যেন মোৰ অন্তৰত প্ৰৱেশ কৰিছে। যি ঠাইলৈ মই যাব খুজিছিলো, দীৰ্ঘ যাত্ৰাৰ পাছত যেন সেই ঠাইত উপস্থিত হৈছোহি। এইখন কিমান সুন্দৰ, কিমান ৰমণীয় ঠাই! বাৰু, আজি সেই ভাৰতীয় সঙ্গীতৰ পাঠটো চাওঁচোন, পাহৰি যোৱা নাইতো?

(গায়)

সৰগ শুৱনি কাৰ এইখনি সোণৰ ভাৰত ভূমি?
সিন্ধুৰ জলে চৰণ ধুৱাই যায়হি নিতৌ চুমি।
এই ভাৰতৰ তৃণ তৰু লতা
সপোন সোণৰ ছিটিকা পতা
চালে চকু ৰয়—হৃদয় শিথিল হয়
মহা মহিমাৰ জিলিকে ছবি!
অনাদি কালৰ যেন প্ৰথম বাণী
ধ্বনি হৈ ইয়াতে উঠিছিল বাজি
ধন্য জীৱন, ধন্য নয়ন, ধন্য মানিছোঁ আজি!
সৰগ শুৱনি এই যে ভাৰত ভূমি
সৃষ্টিৰ আদি জননী তুমি
প্ৰণামো তোমাৰ চৰণ চুমি।

ফিলিপচ্। (প্ৰবেশ কৰি) বাহঃ! কি সুন্দৰ গান কাৰ্ণেলিয়া, তুমি দেখিছে ভাৰতীয় সঙ্গীতক ভালকৈয়ে আয়ত্ত কৰি লৈছা। অৱশ্যে যদিও আমা ভাৰতক নিজৰ হাতলৈ আনিবলৈ এতিয়াও সময় আছে।

কাৰ্ণেলিয়া। অ' ফিলিপচ্ তুমি! আজি দাৰাৰ জীয়েক বাহ্লীকলৈ যাব নেকি

ফিলিপচ্। দাৰাৰ জীয়েক! নহয় কুমাৰী, সম্ৰাজ্ঞী বুলি কোৱা।

কাৰ্ণেলিয়া। অসম্ভৱ কথা ফিলিপচ্। গ্ৰীক সকলে দেশ বিজয় কৰি ভাবি লয় যে তেওঁলোকে মানুহৰ হৃদয়ো জয় কৰিছে। কিন্তু সেই দেৱকুমাৰীৰ নিচিনা সুন্দৰ বালিকাক সম্ৰাজ্ঞী বুলি কলে তেওঁ খণ্ডত জলি-পকি উঠে তেওঁৰ বিশ্বাস যে তেওঁ এক মহান সাম্ৰাজ্যৰ লুট-পাটত পোৱা এজনী দাসীহে, প্ৰণয়-পৰিণীতা পত্নী নহয়।

ফিলিপচ্। কুমাৰী প্ৰণয়ৰ ওচৰত সাম্ৰাজ্য তুচ্ছ নেকি?

কাৰ্ণেলিয়া। (হাঁহি) বাঃ! তোমাৰ মুখত আকৌ এইবোৰ কি নতুন কথা

ফিলিপচ্। কুমাৰী! তুমি মোৰ প্ৰেমক ইতিকিং কৰিছা?

কাৰ্ণেলিয়া। নহয় সেনাপতি! তোমাৰ উগ্ৰ প্ৰেমতো বৰ ভয়াবহ হব, তাৰ ভয় কৰা উচিত।

ফিলিপচ্। (গহীন হৈ) আগত-প্ৰায় যুদ্ধৰ পৰা আঁতৰি থাকিবৰ কাৰণে শিবিৰৰ সকলো তিৰোতাই সম্ৰাজ্ঞীৰ লগত দুৰ্গ লৈ যাবলৈ ওলাইছে, তুমি যাবা নেকি?

কাৰ্ণেলিয়া। নহয়, খুব সম্ভৱ পিতাদেউ ইয়াতে থাকিব লাগিব, সেই কাৰণে মই নাযাওঁ বুলি ভাবিছো।

ফিলিপচ্। (অলপ ভাবি) কুমাৰী! কব নোৱাৰো আকৌ কেতিয়াকৈ তোমাৰ লগত দেখা হয়, সেই কাৰণে মাত্ৰ এবাৰ সুকোমল হাতত এটা চুমা দিবলৈ আদেশ দিয়া।

কাৰ্ণেলিয়া। তুমি মোক অপমান কৰিবলৈ সাহ নকৰিবা ফিলিপচ্।

ফিলিপচ্। প্ৰাণ দিও নহয় কুমাৰী, কিন্তু প্ৰেম যে অন্ধ।

কাৰ্ণেলিয়া। তুমি নিজৰ দুৰ্বুদ্ধিত আনক অপমান নকৰিবা ফিলিপচ্।

ফিলিপচ্। (ইফালে-সিফালে চাই) সেইটো হব নোৱাৰে। (কাৰ্ণেলিয়াৰ হাতত ধৰিব খোজে; কাৰ্ণেলিয়াই "ৰক্ষা কৰা! ৰক্ষা কৰা" বুলি চিঞৰে।) হঠাৎ চন্দ্ৰগুপ্তই প্ৰবেশ কৰি ফিলিপচৰ ডিঙি মুচৰি ধৰে; ফিলিপচে মাটিত পৰি তেওঁক ক্ষমা মাগে, চন্দ্ৰগুপ্তই ফিলিপচক এৰি দিয়ে



কাৰ্ণেলিয়া। ধন্যবাদ আৰ্য্য!

ফিলিপচ্। (লজ্জিত হৈ) কুমাৰী! মই অনুৰোধ কৰিছো তুমি এই ঘটনা পাহৰি যোৱা, মোক ক্ষমা কৰা!

কাৰ্ণেলিয়া! ক্ষমা কৰিম, কিন্তু পাহৰিব নোৱাৰিম ফিলিপচ্। তুমি এতিয়াই গুচি যোৱা।

(ফিলিপচ্ নত মস্তক হৈ গুচি যায়।)

চন্দ্ৰগুপ্ত। বলক, আপোনাক শিবিৰৰ ভিতৰত থৈ আহোঁ।

কাৰ্ণেলিয়া। পিতাদেউ ক'ত আছে? পিতাদেউক এই কথা কব লাগিব, এই ঘটনা.........নহয়, তুমিয়েই কৈ দিবা।

চন্দ্ৰগুপ্ত। অ' তেওঁ মোক মাতি গৈছিল, মই যাওঁ, তেওঁক কওঁগৈ।

কাৰ্ণেলিয়া। আপুনি বলক, মই গৈছো।

(চন্দ্ৰগুপ্তৰ প্ৰস্থান।)

কাৰ্ণেলিয়া। এটা আচৰিত ঘটনা হৈ গল, ফিলিপচে সেই কথা পাহৰি যাবলৈ মিনতি কৰিছে, কিন্তু সেই ঘটনাৰ লগত যে আৰু কাৰোবাৰ সম্বন্ধ আছে, সেইটো কেনেকৈ পাহৰি যাওঁ! এই দুয়োৰো ভিতৰত যেন মধুৰতা আৰু কৰ্কশতাৰ সঙ্গম। আহঃ! সি কিমান আকৰ্ষক! কিমান উদ্দীপক! এওঁ ভাৰতৰ সম্ৰাট হব বুলি সাধুৱে ভবিষ্যত-বাণী কৰিছিল নহয়—এওঁৰ ভিতৰত কিমান বিনয়শীল বীৰত্ব আছে।

(প্ৰস্থান)

(কেইজনমান সৈনিকক লগত লৈ আলেকজেণ্ডাৰ প্ৰবেশ।)

আলেকজেণ্ডাৰ। বিজয়ৰ ইচ্ছা ক্লান্তিত পৰিণত হৈ যাব খুজিছে। আমি ইমান বিৰাট আক্ৰমণৰ কাৰণে আয়োজন কৰি আছো, অথচ এই দেশ নিদ্ৰিত অৱস্থাত আছে, যেন যুদ্ধত যুঁজা এওঁলোকৰ জীৱনৰ কাৰণে উদ্বেগজনক বস্তু নহয়। নিজৰ চিন্তাত এওঁলোক দাৰ্শনিকৰ দৰে ধ্যানমগ্ন হৈ আছে। কেৱল ঝিলাম নৈৰ পাৰত অলপ সৈন্য আমাক প্ৰতিৰোধ কৰিবলৈকে হওক বা আমাক দেখুৱাবলৈকে হওক থৈ দিছে বুলি শুনিছো। আমি যেতিয়া সেইখিনি পাম তেতিয়া সিহঁতে যুদ্ধ কৰিব।

এনিচাক্ৰীটীজ। মোৰ কিন্তু এওঁলোকক বৰ এলেহুৱা যেন লাগে।

আলেকজেণ্ডাৰ। নহয়, নহয়, ইয়াত তুমি দাৰ্শনিকৰ পৰীক্ষা কৰি পালা নহয়—

দাণ্ডায়নক দেখিলাই নহয়। এতিয়া অলপ অপেক্ষা কৰা, ইয়াৰ বী
পৰিচয়ো পাবা। এইখন এখন আচৰিত দেশ।

এনিচাক্ৰীটীজ। কিন্তু আম্ভীকে দেখোন নিজৰ প্ৰতিজ্ঞা ভালকৈয়ে পা
কৰিছে—তেওঁ বেচ্ ভাল আয়োজন কৰি ৰাখিছে।

আলেকজেণ্ডাৰ। সি লোভী মানুহ। শুনিছো যে তাৰ এজনী ভনী
হেনো খঙত সন্যাসিনী হৈ গল।

এনিচাক্ৰীটীজ। মোৰ বিশ্বাস হোৱা নাই, ইয়াৰ ভিতৰত নিশ্চয় কোনো ৰহ
আছে। কিন্তু মই এটা কথা কব খুজিছো, এনেকুৱা পৰিস্থিতিত
বাৰু সাম্ৰাজ্যৰ সমস্যা সমাধান কৰা কিমান দূৰ উচিত হব? আমি কি
শিবিৰলৈকে উলটি নাযাওঁ?

আলেকজেণ্ডাৰ। এনিচাক্ৰীটীজ, তেতিয়া হলে পৰচিপোলিচাৰ ৰাজমহলৰ প
অহাৰ আৱশ্যক নাছিল। ইয়াত একান্তত এনেকুৱা কিছুমান কথা ভাবি
লাগিব, যাৰ ওপৰত ভাৰত অভিযানৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। ভবিষ্যত
বাণী প্ৰায়েই সত্য হয়, সেই কাৰণে মোৰ সেই নগ্ন ব্ৰাহ্মণৰ কথা মন
পৰিলে বৰ ভয় আৰু শঙ্কা হয়।

( একালৰ পৰা ফিলিপচ, আম্ভীক আৰু আন ফালৰ পৰা চেলিউকচ্ আ
চন্দ্ৰগুপ্তৰ প্ৰবেশ। )

আলেকজেণ্ডাৰ। কোৱা ফিলিপচ! তুমি কি কব খুজিছা?

ফিলিপচ। আম্ভীকক সোধা হওঁক।

আম্ভীক। ইয়াত এক ষড়যন্ত্ৰ চলিব লাগিছে।

ফিলিপচ। আৰু তাৰ সহায়ক হৈছে চেলিউকচ্।

চেলিউকচ। ( খঙত আচৰিত হৈ ) ইমান নীচতা! এতিয়াও সেই লজ্জাজন
অপৰাধৰ কথা প্ৰকাশ কৰা হোৱা নাই। তাৰ ওপৰত আকৌ ওলোটা
মোৰ ওপৰত এই অভিযোগ! প্ৰমাণ দিব লাগিব ফিলিপচ্। নহ
তৰোৱালে ইয়াৰ বিচাৰ কৰিব।

আলেকজেণ্ডাৰ। উত্তেজিত নহবা চেলিউকচ্।

ফিলিপচ্। তৰোৱালেতো কেতিয়াবাই বিচাৰ কৰিলেহেঁতেন। কিন্তু দেৱপুত্ৰ
জানি থোৱা আৱশ্যক আছিল। নহলে এনেকুৱা নিলাজ বিদ্ৰোহীক হত
কৰা পাপ নহয়, পুণ্যহে।



( চেলিউকচে তৰোৱাল টানে। )

আলেকজেণ্ডাৰ। তৰোৱাল উলিওৱাতকৈ তোমাৰ অভিযোগৰ সত্যতাৰ প্ৰমাণ কৰিবলৈ চেষ্টা কৰাহে ভাল হব। কোৱা, তুমি চন্দ্ৰগুপ্তৰ সম্বন্ধে কি কব খুজিছিলা।

চেলিউকচ। অলপ আগতে চন্দ্ৰগুপ্তই কাৰ্ণেলিয়াক এই নীচ ফিলিপচৰ অপমানৰ পৰা ৰক্ষা কৰিছে, আৰু মই আপোনাৰ ওচৰত এই অভিযোগকে উপস্থিত কৰিবলৈ আহিছিলো।

আলেকজেণ্ডাৰ। কিন্তু সাহ হোৱা নাছিল, নহয় জানো চেলিউকচ?

ফিলিপচ্। কেনেকৈ সাহস হব? এওঁৰ জীয়েক দাণ্ডায়নৰ আশ্ৰমত ভাৰতীয় দৰ্শন পঢ়িবলৈ যায়, ভাৰতীয় সঙ্গীত শিকে আৰু তালৈ বিদ্ৰোহকাৰিণী অলকাও আহে। চন্দ্ৰগুপ্তৰ সম্বন্ধে জনৰব প্ৰচাৰ কৰা হৈছে যে চন্দ্ৰগুপ্ত ভাৰতৰ ভাবী সম্ৰাট হব।

চেলিউকচ। মনে মনে থাকা, ফিলিপচ্ মনে মনে থাকা।

আলেকজেণ্ডাৰ। ৰবা চেলিউকচ! তুমি নিজক বিচাৰাধীন বুলি ভাবা বাৰু চন্দ্ৰগুপ্ত! তোমাক এটা কথা সুধিব লগীয়া আছে।

চন্দ্ৰগুপ্ত। কি কথা?

আলেকজেণ্ডাৰ। বৰ্ত্তমান মগধৰ শাসক এজন নীচজন্মা জাৰজ সন্তান বুলি শুনিছো, তেওঁৰ ওপৰত হেনো প্ৰজা অসন্তুষ্ট হৈ আছে, তুমি সেই ৰাজ্য হস্তগত কৰাৰ যত্ন কৰিছা নেকি?

চন্দ্ৰগুপ্ত। হস্তগত! নহয়, তেওঁৰ শাসন বৰ ক্ৰূৰ হৈ পৰিছে, সেই কাৰণে মগধক উদ্ধাৰ কৰিব খুজিছো।

আলেকজেণ্ডাৰ। আৰু সেই ব্ৰাহ্মণে কোৱা কাৰণে তুমি সম্ৰাট হবা বুলি তোমাৰ নিজৰ নিশ্চয় বিশ্বাসো হৈছে, যি পৰিস্থিতি দেখিছো হয়তো ই অসম্ভৱো নহয়।

চন্দ্ৰগুপ্ত। অসম্ভৱ কিয় নহব?

আলেকজেণ্ডাৰ। আমাৰ সৈন্যই যেতিয়া ইয়াত সাহায্য কৰিব তথাপি অসম্ভৱ হব কিয়?

চন্দ্ৰগুপ্ত। মই আপোনাৰ পৰা সহায় লব নোৱাৰো।

আলেকজেণ্ডাৰ। ( খঙত ) তেতিয়াহলে ইমান দিন তোমাৰ গ্ৰীক শিবিৰত থকাৰ কি উদ্দেশ্য আছিল?

চন্দ্ৰগুপ্ত। চেলিউকচৰ দ্বাৰা উপকৃত হোৱাৰ কাৰণে তেওঁৰ অনুৰোধ আ তেওঁৰ সাদৰ নিমন্ত্ৰণ ৰক্ষা কৰা। কিন্তু মই যৱনক নিজৰ শাসক পতা নিমন্ত্ৰণ কৰিবলৈ অহা নাই।

আলেকজেণ্ডাৰ। যি ভাৰত কেতিয়াও আক্ৰান্ত হোৱা নাই, সেই ভাৰত এ যৱনৰ দ্বাৰা পৰাজিত হব।

চন্দ্ৰগুপ্ত। সি এতিয়াও ভৱিষ্যতৰ গৰ্ভত, তাৰ কাৰণে এতিয়াৰ পৰা ইমা মূৰ ঘুমাবৰ প্ৰয়োজন নাই।

আলেকজেণ্ডাৰ। অবোধ যুৱক, তই গুপ্তচৰ।

চন্দ্ৰগুপ্ত। নহয়, কেতিয়াও নহয়। অৱশ্যে ইয়াত থাকি মই যৱ-ৰ ৰণনীতি লগত অলপ পৰিচিত হৈ গলো ; সেই বুলি মোক লোভত পৰাভূত হোৱ গান্ধাৰৰাজ আম্ভীক বুলি ভাবি ভূল কৰা উচিত নহয়। মই মগধক উদ্ধা কৰিব খুজিছো কিন্তু অত্যাচাৰী যৱনৰ সহায়ৰ দ্বাৰা নহয়।

আলেকজেণ্ডাৰ। তুমি নিজৰ বিপদৰ কাৰণে ভয় নকৰা, গ্ৰীক অত্যাচা নেকি ?

চন্দ্ৰগুপ্ত। এই কথা মিছা নেকি ? কিছুমান হত্যাকাৰী বেপাৰীক গো খুৱাই তেওঁলোকৰ হতুৱাই লুট-পাট কৰাই তেওঁলোকক বীৰ সেনা বু কোৱা মানে ৰণ-কৌশলক উপহাস কৰা।

আলেকজেণ্ডাৰ। ( খণ্ডত আচৰিত হৈ ) চেলিউকচ !

চন্দ্ৰগুপ্ত। চেলিউকচ নহয়, চন্দ্ৰগুপ্তক কব খোজা কথা চন্দ্ৰগুপ্তকে কওক।

আম্ভীক। শিষ্টতাৰে সৈতে কথা কোৱা।

চন্দ্ৰগুপ্ত। স্বাধীন হৃদয়ে ভীৰু কাপুৰুষৰ দৰে প্ৰৱঞ্চক শিষ্টতা কৰিব নাজানে অনাৰ্য্য ! দেশদ্ৰোহী আম্ভীক ! চন্দ্ৰগুপ্তই ৰুটিৰ লালচত আৰু ঘৃণনী লোভত চিকণ্ডৰৰ ওচৰলৈ অহা নাই।

আলেকজেণ্ডাৰ। ইয়াক বন্দী কৰি পেলোৱা।

( আম্ভীক, ফিলিপচ আৰু এনিচাক্ৰীটীজে চন্দ্ৰগুপ্তক আক্ৰমণ ক চন্দ্ৰগুপ্তই অসাধাৰণ বীৰত্বৰ সৈতে তিনিওকো পৰাস্ত কৰি ওলাই যায়। )

আলেকজেণ্ডাৰ। চেলিউকচ।

চেলিউকচ। সম্ৰাট !

আলেকজেণ্ডাৰ। ই কি ?



চেলিউকচ। আপোনাৰ অবিবেচনা ! চন্দ্ৰগুপ্ত এজন বীৰ যুৱক। এই আচৰণ তেওঁৰ ভাবী প্ৰতিজ্ঞা আৰু পূৰ্ণ মানৱতাৰ পৰিচায়ক সম্ৰাট। আমি যি কামৰ কাৰণে আহিছো তাক কৰিব লাগে, ফিলিপচ্ক অন্তঃপুৰৰ মহিলা সকলৰ লগত বাহ্লীকলৈ পঠিয়াই দিয়ক।

আলেকজেণ্ডাৰ। ( ভাবে ) বাৰু যোৱা।

( প্ৰস্থান )

## দ্বিতীয় দৃশ্য

### স্থান—ঝিলাম নৈৰ পাৰৰ বন পথ।

( চাণক্য, চন্দ্ৰগুপ্ত আৰু অলকাৰ প্ৰবেশ। )

অলকা। আৰ্য্য ! এতিয়া আমাৰ কি কৰ্ত্তব্য ?

চাণক্য। পলায়ন !

চন্দ্ৰগুপ্ত। বিদ্ৰূপ নকৰিব গুৰুদেৱ।

চাণক্য। ইয়াৰ বাহিৰে আন উপায় কি আছে ?

অলকা। আছে, কিয় নাই ?

চাণক্য। থাকিব পাৰে। ( আনফালে চাই থাকে )

চন্দ্ৰগুপ্ত। গুৰুদেৱ !

চাণক্য। সন্ন্যাসী হবৰ ইচ্ছা আছে নেকি ? এইটো এটা সহজ উপায়।

চন্দ্ৰগুপ্ত। নহয়, কেতিয়াও নহয়। যৱনক প্ৰতি পদত বাধা দিয়াই মোৰ কৰ্ত্তব্য। শক্তি অনুসৰি তাৰ চেষ্টা কৰিম।

চাণক্য। এইটোতো বেচ্ ভাল কথা। কিন্তু সিংহৰণ দেখোন এতিয়াও আহি নাপালেহি।

চন্দ্ৰগুপ্ত। তেওঁলৈ বাতৰি পঠাব লাগিছিল।

চাণক্য। নিশ্চয় পাইছে।

অলকা। যদি আহিব নোৱাৰে ?

চাণক্য। যেতিয়া ক'লা ডাৱৰেৰে আকাশ মেঘাচ্ছন্ন হৈ থাকে, মাজে মাজে

বিজুলী মাৰি থাকে, বতাহ স্তব্ধ হৈ যায়, গৰম বাঢ়িবলৈ ধৰে, আৰু যদি আহাৰ মাহ আৰম্ভ হয়, তেতিয়া হলে বাৰু কিহৰ কাৰণে আশা কৰা উচিত ?

অলকা। বৰষুণৰ।

চাণক্য। ঠিক সেই দৰে যেতিয়া দেশত যুদ্ধ হয় আৰু সেই বাতৰি সিংহৰণ মালৱে পায়, তেতিয়া তেওঁৰ অহাৰ সম্পূৰ্ণ আশা থাকে।

চন্দ্ৰগুপ্ত। সৌ ফালে চাওক, সেইয়া কোনোবা দুজন মানুহ আহি আছে।

( সিংহৰণৰ হাতত ধৰি বৃদ্ধ গান্ধাৰৰাজৰ প্ৰবেশ। )

চাণক্য। ৰাজন্!

গান্ধাৰৰাজ। বৈভৱৰ ছলনাত বঞ্চিত এক বৃদ্ধ! যাৰ পুত্ৰই বিশ্বাসঘাতকতা কৰিছে আৰু কন্যাই লগ এৰি দিছে—মই তেনেকুৱা এজন দুৰ্ভগীয়া মানুহ।

অলকা। পিতাদেউ! ( বাপেকৰ ডিঙিত সাবটি ধৰে )

গান্ধাৰৰাজ। আই অলকা! আই ; তই ক'ত ঘূৰি ফুৰিছ ?

অলকা। কতো নহয় পিতাদেউ! আপোনাৰ কাৰণে এটা সৰু জুপুৰী সাজি থৈছো ; জিৰণি লব বলক।

গান্ধাৰৰাজ। নহয়, তই মোক নিজৰ জুপুৰীত বহুৱাই গুচি যাবি। যি ৰাজ-প্ৰাসাদ ত্যাগ কৰিব পাৰিছে তাইৰ জুপুৰীত কি বিশ্বাস।

অলকা। নহয় পিতাদেউ, বিশ্বাস কৰিব। ( সিংহৰণক ) মালৱ! মই কৃতজ্ঞ হৈছো।

( সিংহৰণে হাঁহি মুখেৰে নমস্কাৰ কৰে। বাপেকক লৈ অলকাৰ প্ৰস্থান। )

চাণক্য। সিংহৰণ! তুমি আহিলা, কিন্তু ········।

সিংহৰণ। কিন্তু—কিন্তু নহয় আৰ্য্য। আপুনি আদেশ দিয়ক, আমি নিজ কামত লাগি যাওঁ। বিপদৰ কলা ডাৱৰ মূৰৰ ওপৰত ঘূৰি আছে।

চাণক্য। সেই কাৰণে চিন্তা নকৰিবা। যিদৰে গছৰ পুলি আন্ধাৰত বাঢ়ে সেইদৰে মোৰ নীতিলতাও বিপদৰ অন্ধকাৰত লহ্-পহ্কৈ বাঢ়ি উঠিব এৰা, কেৱল শক্তিৰ দ্বাৰা কাম নহব। এটা কথা জানি থোৱা যে চাণক্যই কেৱল সিদ্ধিৰ ফালেহে চাই, সাধনৰ ফালে নহয়। কোৱা তোমালোক প্ৰস্তুত আছা ?



সিংহৰণ। আমি প্ৰস্তুত আছো।

চাণক্য। তেতিয়া হলে যুদ্ধ কৰিব নালাগে।

চন্দ্ৰগুপ্ত। কিয় ?

চাণক্য। সিংহৰণ আৰু অলকাই নট, নটীৰ বেশ লব লাগিব, চন্দ্ৰগুপ্ত যাদুকৰ আৰু মই ব্ৰহ্মচাৰী। চন্দ্ৰগুপ্ত! পৰ্ব্বতেশ্বৰৰ সৈনিকৰ লগত যে আৰু এটা দল আছে, যি নিজৰ ছাউনী বেলেগে পাতিছে, সেই সৈন্যনো বাৰু কৰপৰা আহিছে জানানে ?

চন্দ্ৰগুপ্ত। নাজানো।

চাণক্য। এতিয়া জনাৰ প্ৰয়োজন নাই। আমিও সেই সৈন্যৰ লগতে থাকিম আৰু তাতে আমাৰ খেলা হব। বলা আমি যাওঁ, চোৱা—সৌৱা, নতুন দলৰ যুৱক সেনাপতি যাব লাগিছে।

( সকলোৰে প্ৰস্থান )

( পুৰুষৰ মাজত কল্যাণী আৰু সৈনিকৰ প্ৰবেশ। )

কল্যাণী। সেনাপতি! মই দুঃসাহস কৰি পিতাদেউক উচটাই দিলো, এতিয়া কিবা এটা উপায় উলিৱাচোন—যাৰ দ্বাৰা আমি সফল হব পাৰো। পৰ্ব্বতেশ্বৰক হীন প্ৰতিপন্ন কৰাই হৈছে মোৰ উদ্দেশ্য।

সেনাপতি। ৰাজকুমাৰী!

কল্যাণী। সাৱধান সেনাপতি!

সেনাপতি। ক্ষমা কৰিব, আগলৈ আৰু এনেকুৱা ভুল নহব। এৰা, কেৱল এটা উপায় আছে।

কল্যাণী। সেইটো কি ?

সেনাপতি। যদি আহত সকলৰ সেৱা-শুশ্ৰূষাৰ ভাৰ লোৱা যায়।

কল্যাণী। মগধ সেনাপতি! তুমি কাপুৰুষ।

সেনাপতি। তেতিয়াহলে আপোনাৰ যি আদেশ। ( মনে মনে ) তিৰোতাৰ অধীনত এনেয়ে অনৰ্থ হয়, তাতে আকৌ যুদ্ধক্ষেত্ৰত। এতিয়া যদি ভগৱানেহে ৰক্ষা কৰে।

কল্যাণী। যেতিয়া পৰ্ব্বতেশ্বৰক যৱন সেনাই চাৰিওফালে বেৰি ধৰিব তেতিয়া তেওঁক উদ্ধাৰ কৰি নিজৰ মনোৰথ পূৰ্ণ কৰাটোৱেই মোৰ ইচ্ছা।

সেনাপতি। উপায়টোতো ভালেই।

কল্যাণী। আৰু তেতিয়ালৈকে আমাৰ ৰক্ষিত সেনা—( বৈ চাই ) সৌৱ
চোৱা, পৰ্ব্বতেশ্বৰ এইফালেই আহিছে।

( যুদ্ধৰ সাজত পৰ্ব্বতেশ্বৰৰ প্ৰবেশ )

পৰ্ব্বতেশ্বৰ। ( দূৰলৈ দেখুৱাই ) সৌৱা কাৰ সৈন্যদলৰ শিবিৰ যুৱক ?

কল্যাণী। মগধ দলৰ মহাৰাজ !

পৰ্ব্বতেশ্বৰ। মগধৰ সৈন্য, অসম্ভৱ ! তেওঁলোকে দেখোন ৰণ নিমন্ত্ৰণ অস্বীকা
কৰিছিল।.

কল্যাণী। কিন্তু মগধৰ ডাঙৰ সৈন্যদলৰ ভিতৰত এটা সৰু দলৰ বীৰ যুৱক
সকল এই যুদ্ধৰ কাৰণে অতিশয় উৎসাহিত হৈ আছিল। সেই কাৰ
তেওঁলোকে স্বেচ্ছাই এই যুদ্ধত যোগ দিছে।

পৰ্ব্বতেশ্বৰ। প্ৰাচ্যৰ মানুহৰ ভিতৰত ইমান উৎসাহ ! ( হাঁহে )

কল্যাণী। মহাৰাজ, উৎসাহৰ উৎপত্তি কোনো বিশেষ দিশত নহয়।

পৰ্ব্বতেশ্বৰ। ( হাঁহি ) তুমি দেখিছো বৰ মৰসাহসী যুৱক, কিন্তু যেতি
তৰোৱালে নাচিবলৈ ধৰিব তেতিয়াও যদি তোমাৰ এই উৎসাহ নষ্ট নহ
তেতিয়াহে বুজিম। এৰা ; তুমি বৰ সুন্দৰ সুকুমাৰ যুৱক, সে
কাৰণে এই সাহস নকৰিবা। তুমি যদি মোৰ ৰক্ষিত সৈন্যৰ লগ
থাকা তেতিয়া হলে ভাল হব। বুজিছা নহয় ?

কল্যাণী। যি আজ্ঞা।

( চন্দ্ৰগুপ্ত, সিংহৰণ আৰু অলকাৰ সাজ সলাই প্ৰবেশ। )

সিংহৰণ। খেলা চোৱা খেলা ! এনেকুৱা খেলা যি খেলা ইয়াৰ আগতে
কেতিয়াও কোনেও দেখা নাই, আৰু শুনাও নাই।

পৰ্ব্বতেশ্বৰ। নট ! এতিয়া খেলা চাবৰ অৱকাশ নাই।

অলকা। যুদ্ধৰ আগতে নিৰাশ হৈ পৰিল নেকি সেনাপতি ? কিন্তু সেইটোৱে
এটা বীৰৰে খেলা।

পৰ্ব্বতেশ্বৰ। ইমান সাহস !

চন্দ্ৰগুপ্ত। নহলে নাগৰ দৰ্শনকে কৰি লওক।

কল্যাণী। বৰ আমোদজন খেলা মহাৰাজ। এই নাগক যে এওঁলোকে কি
প্ৰকাৰে বশ কৰি লয় ?



চন্দ্ৰগুপ্ত। ( সম্ভ্ৰমৰ সৈতে ) মহাৰাজ নেকি ? তেতিয়া হলে নিশ্চয় পুৰস্কাৰ
পোৱা যাব।

( সাপ নচুৱা মানুহৰ নিচিনাকৈ চেষ্টা কৰে আৰু পেটাৰি খুলি সাপ
উলিয়াই )

কল্যাণী। আচৰিত মানুহে এনেকুৱা কুটিল বিষধৰকো বশ কৰিব পাৰে, অথচ
মানুহক নহয়।

পৰ্ব্বতেশ্বৰ। নট ! নাগক তোমালোকে কেনেকৈ বশ কৰা ?

চন্দ্ৰগুপ্ত। মন্ত্ৰ-মহৌষধৰ যাঁঠিৰ দ্বাৰা ডাঙৰ ডাঙৰ উন্মত্ত হাতীও বশীভূত হৈ
যায় মহাৰাজ !

পৰ্ব্বতেশ্বৰ। যাঁঠিৰে ?

সিংহৰণ। হয় মহাৰাজ ! যি দৰে যাঁঠিৰে মদমত্ত হাতী বশ কৰা হয়,
সেইদৰে।

পৰ্ব্বতেশ্বৰ। তোমালোক ক'ৰপৰা আহিছা ?

সিংহৰণ। গ্ৰীক শিবিৰৰ পৰা।

চন্দ্ৰগুপ্ত। তেওঁলোকৰ যাঁঠি ভাৰতীয় হাতীৰ কাৰণে বজ্ৰৰ নিচিনা।

পৰ্ব্বতেশ্বৰ। তোমালোক আম্ভীকৰ গুপ্তচৰ নহয়তো ?

সিংহৰণ। ৰাতি ৰাতি যৱন সেনা বিতস্তা পাৰ হৈছে, ওচৰতে আছে মহাৰাজ।
সাৱধান হওঁক।

পৰ্ব্বতেশ্বৰ। মগধ নায়ক ! এওঁলোকক বন্দী কৰা।

( চন্দ্ৰগুপ্তই কল্যাণীক একেৰাহে চাই থাকে। )

চন্দ্ৰগুপ্ত। আমি বাৰু বন্দী ! কিন্তু ৰণবেহুৰ পৰা সাৱধানে থাকি সৈন্য
পৰিচালনা কৰিব। যাওঁক মহাৰাজ ! যৱনৰ ৰণনীতি কিন্তু ভিন্ন।

( পৰ্ব্বতেশ্বৰ উদ্বিগ্ন ভাবত যায় )

কল্যাণী। ( সিংহৰণক ) বলা, আমাৰ শিবিৰলৈ বলা। তাতে সকলো কথা-
বতৰা হব।

চন্দ্ৰগুপ্ত। মোৰ অলপ কব লগীয়া আছে।

কল্যাণী। বাৰু তোমালোক আগবাঢ়ি বলা।

( সিংহৰণ আদি আগবাঢ়ি যায় )

চন্দ্ৰগুপ্ত। এই যুদ্ধত পৰ্ব্বতেশ্বৰৰ নিশ্চিত পৰাজয়।

কল্যাণী। কিন্তু তুমি কোন ( মনযোগেৰে চাই ) মই তোমাক চিনিব··· ।

চন্দ্রগুপ্ত। মগধৰ এটা সাপ নচুৱা।

কল্যাণী। হয়! আৰু ভবিষ্যত বক্তাও।

চন্দ্রগুপ্ত। মই মগধৰ পতাকাৰ সন্মানক··· ।

কল্যাণী। কোন? চন্দ্রগুপ্ততো নহয়?

চন্দ্রগুপ্ত। বৰ্ত্তমান এজন সাপ নচুৱা ৰাজকুমাৰী কল্যাণী!

কল্যাণী। ( অলপ সময় মনে মনে থাকি ) আমি দুয়ো মনে মনে থকা উচিত। বলা।

( দুয়োৰো প্ৰস্থান )

## তৃতীয় দৃশ্য

স্থান—যুদ্ধক্ষেত্র।

পৰ্ব্বতেশ্বৰ। সেনাপতি, ভুল হল।

সেনাপতি। হাতীবোৰে খেলি-মেলি লগাই দিলে আৰু সেই কাৰণে ৰথৰ সেনাও বিমূঢ় হৈ পৰিল।

পৰ্ব্বতেশ্বৰ। সেনাপতি! যুদ্ধত জয় বা মৃত্যু—দুটাৰ ভিতৰত এটা হোৱা উচিত।

সেনাপতি। মহাৰাজ! চিকগুৰে বিতস্তাত এইটো ভালকৈয়ে বুজিব পাৰিলে যে আমাৰ তৰোৱালত কিমান ধাৰ আছে। স্বয়ং চিকগুৰৰ ঘোঁৰা মৰিল আৰু ৰাজকুমাৰৰ ভীষণ যাঁঠিৰ আঘাত চিকগুৰে সহিব নোৱাৰিলে।

পৰ্ব্বতেশ্বৰ। এতিয়া প্ৰশংসাৰ সময় নহয়। সোনকাল কৰা। মোৰ ৰণগজ প্ৰস্তুত কৰা হওক। মই নিজে গজ সেনাৰ পৰিচালনা কৰিম। বলা।

( সকলো যায় )

( কল্যাণী আৰু চন্দ্রগুপ্তৰ প্ৰবেশ )

কল্যাণী। চন্দ্রগুপ্ত! তোমাক যদি মগধ সেনাই বিদ্রোহী বুলি বন্দী কৰে?

চন্দ্রগুপ্ত। বন্দী! ৰাজকুমাৰী, গোটেই দেশেই বন্দী। দাৰুণ বিদ্বেষত



সকলো জলি-পুৰি আছে। এই কাৰণে মোৰ কোনো চিন্তা নাই। কিন্তু ৰাজকুমাৰী যুদ্ধ-ক্ষেত্ৰলৈ অহা এক আচৰিত কথা।

কল্যাণী। কেৱল তোমাক চাবৰ কাৰণে। তুমি যে এই যুদ্ধত সন্মিলিত হবা সেইটো মই জানিছিলো, আৰু তোমাক নিৰ্ব্বাসিত কৰাৰ ভিতৰত ময়ো এক উপলক্ষ্য বুলি ভাবি মোৰ ভয় হৈছিল।

চন্দ্রগুপ্ত। কিন্তু ৰাজকুমাৰী, দেশৰ দুৰ্দ্দশাত মোৰ অন্তৰ ব্যাকুল হৈ পৰিছে। এই জুইৰ জালাত স্মৃতি-লতাও লেৰেলি গৈছে।

কল্যাণী। চন্দ্রগুপ্ত!

চন্দ্রগুপ্ত। ৰাজকুমাৰী! সময় নাই। সৌৱা চোৱা, ভাৰতীয়ৰ প্ৰতিকূলত দৈৱই মেঘমালাৰ সৃষ্টি কৰিছে। ৰথ অক্ষম হৈ যাব আৰু হাতীৰ প্ৰত্যাবৰ্ত্তন ভয়ানক হৈ উঠিব।

কল্যাণী। তেতিয়া হলে মগধ সেনা তোমাৰ অধীনত আছে। যি ইচ্ছা কৰা।

চন্দ্রগুপ্ত। প্ৰথমতে সেই পৰ্ব্বতৰ ওপৰত সকলো সৈন্য গোটাব লাগিব। সোনকালে প্ৰয়োজন হব। পৰ্ব্বতেশ্বৰৰ পৰাজয় বন্ধ কৰিবলৈ চেষ্টা কৰি চাওঁ।

কল্যাণী। বলা।

( মেঘৰ গৰজনি, দুয়ো যায়। এফালৰ পৰা চেলিউকচ আৰু আনফালৰ পৰা সৈন্যৰ সৈতে পৰ্ব্বতেশ্বৰৰ প্ৰবেশ, যুদ্ধ।

চেলিউকচ। পৰ্ব্বতেশ্বৰ! অস্ত্ৰ থৈ দিয়া।

পৰ্ব্বতেশ্বৰ। যৱন! সাৱধান! নিজক ৰক্ষা কৰা।

( তুমুল যুদ্ধ, যুদ্ধত আহত হৈ চেলিউকচ আঁতৰে )

পৰ্ব্বতেশ্বৰ। সেনাপতি! চোৱা, সৌ কাপুৰুষক ৰখোৱা। তেওঁক কৈ দিয়া যে আজিৰ ৰণ-ভূমিত পৰ্ব্বতেশ্বৰ পৰ্ব্বতৰ দৰেই অটল-অচল। জয় পৰাজয়ৰ চিন্তা নাই। এওঁক বুজাই দিব লাগিব যে ভাৰতীয়ই যুদ্ধ কৰিব জানে। মেঘত পানী বৰষাৰ সলনি যদি জুই বৰষে, সকলো গজ সেনা যদি ছেদেলি-ভেদেলি হৈ যায়, ৰথী বিৰথ হৈ পৰে, ধমনীৰ পৰা তেজৰ ধাৰা বয়, কিন্তু তথাপি এখোজ পিচলৈ যোৱা পৰ্ব্বতেশ্বৰৰ কাৰণে সম্ভৱপৰ নহয়। আমি ধৰ্ম্মযুদ্ধত প্ৰাণ ভিক্ষা কৰা ভিক্ষাৰী নহওঁ। যোৱা, সেই পলৰীয়া

সকলক জননীৰ স্তনপান কৰাৰ কথা এবাৰ মনত পেলাই দিয়া আৰু ইয়াৰ লাজ ৰাখিবৰ কাৰণে তেওঁলোকক ৰবলৈ কোৱা। আৰু লগতে এইটোও কোৱা যে মৰণ অনিবাৰ্য্য, এদিন মৰিবই লাগিব, যোৱা।

( সেনাপতিৰ প্ৰস্থান, সিংহৰণ আৰু অলকাৰ প্ৰবেশ )

সিংহৰণ। মহাৰাজ! এই ঠাই সুৰক্ষিত নহয়। সৌ পৰ্ব্বতৰ ওপৰলৈ বলক।

পৰ্ব্বতেশ্বৰ। তুমি কোনহে যুৱক ?

সিংহৰণ। এজন মালৱ।

পৰ্ব্বতেশ্বৰ। মালৱৰ মুখত কেতিয়াও এনেকুৱা কথা শুনা নাই। মালৱ! তৰোৱালৰ খেল চাব খুজিছা যদি বৈ চোৱা। আৰু ভয় কৰা যদি পাহাৰৰ ওপৰলৈ যোৱা।

সিংহৰণ। মহাৰাজ! সৌৱা, যৱনৰ আৰু এটা দল আহিব লাগিছে।

পৰ্ব্বতেশ্বৰ। আহিবলৈ দিয়া। তুমি আঁতৰি যোৱা।

( চেলিউকচ্ আৰু ফিলিপচ্ৰ প্ৰবেশ। সিংহৰণ আৰু পৰ্ব্বতেশ্বৰৰ যুদ্ধ। পৰ্ব্বতেশ্বৰৰ পৰো পৰো অৱস্থা। সৈনিক সকলকলৈ চন্দ্ৰগুপ্ত আৰু কল্যাণীৰ এফালে প্ৰবেশ। আনফালৰ পৰা আলেকজেণ্ডাৰৰ প্ৰবেশ। যুদ্ধ বন্ধ কৰিবলৈ আলেকজেণ্ডাৰৰ আদেশ। )

চন্দ্ৰগুপ্ত। যুদ্ধ হব।

আলেকজেণ্ডাৰ। কোন, চন্দ্ৰগুপ্ত!

চন্দ্ৰগুপ্ত। হয় দেৱপুত্ৰ।

আলেকজেণ্ডাৰ। কাৰ লগত যুদ্ধ ? মুমুৰ্ষু আহত পৰ্ব্বতেশ্বৰ—বীৰ পৰ্ব্বতেশ্বৰৰ লগত কেতিয়াও নহয়। আজি মোৰ জয় পৰাজয়ৰ চিন্তা নাই। মই এক অলৌকিক বীৰত্বৰ স্বৰ্গীয় দৃশ্য দেখিলো। হোমৰৰ কবিতাত পঢ়া যি কল্পনা ইমান দিন মোৰ অন্তৰত বিৰাজমান হৈ আছিল, তাক আজি ইয়াত প্ৰত্যক্ষ ভাবে দেখিলো। ভাৰতীয় বীৰ পৰ্ব্বতেশ্বৰ! মই এতিয়া তোমাৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিম ?

পৰ্ব্বতেশ্বৰ। ( তেজ মচি ) এজন ৰজাই যি দৰে আন এজন ৰজাৰ লগত কৰে, চিকণ্ডৰ!



আলেকজেণ্ডাৰ। মই তোমাৰ লগত বন্ধুত্ব কৰিব খুজিছো। বিস্ময়ত মুগ্ধ হৈ মই তোমাৰ প্ৰশংসা নকৰাকৈ থাকিব পৰা নাই। ধন্য! আৰ্য্য বীৰ!

পৰ্ব্বতেশ্বৰ। মই তোমাৰ লগত যুদ্ধ নকৰি বন্ধুত্বও কৰিব পাৰো।

চন্দ্ৰগুপ্ত। পঞ্চনদ নৰেশ! আপুনি কি কৈছে ? সমগ্ৰ মগধ সেনা আপোনাৰ প্ৰতীক্ষাত আছে, যুদ্ধ হবলৈ দিয়ক।

কল্যাণী। এই সামান্য অৰ্দ্ধমৃত যৱনক বিচলিত কৰিবৰ কাৰণে যথেষ্ট মগধ সেনা আছে। মহাৰাজ আদেশ দিয়ক।

পৰ্ব্বতেশ্বৰ। নহয় যুৱক। বীৰত্বও এটা সুন্দৰ কলা, তাত মুগ্ধ হোৱা আচৰিত কথা নহয়। মই কথা দি দিলো, এতিয়া যদি চিকণ্ডৰে ইচ্ছা কৰে, তেতিয়া হলে ভঙ্গ কৰক।

আলেকজেণ্ডাৰ। কেতিয়াও নহয়।

কল্যাণী। ( মূৰৰ টুপী গুচাই ) আহিছো ক্ষত্ৰিয় পৰ্ব্বতেশ্বৰ। তোমাৰ পতনত ৰক্ষা কৰিব নোৱাৰি নিৰাশ হলো।

পৰ্ব্বতেশ্বৰ। তুমি কোন ?

চন্দ্ৰগুপ্ত। মগধৰ ৰাজকুমাৰী কল্যাণী দেবী।

পৰ্ব্বতেশ্বৰ। উস! পৰাজয়! অদ্ভুত পৰাজয়!

( চন্দ্ৰগুপ্ত আৰু কল্যাণী যায়, আলেকজেণ্ডাৰে আচৰিত হৈ চাই থাকে। অলকাই আহত সিংহৰণক উঠাব খোজে আৰু আম্ভীকে আহি দুয়োকো বন্দী কৰে )

পৰ্ব্বতেশ্বৰ। এইয়া কি ?

আম্ভীক। এওঁলোকক এতিয়াই বন্দী কৰি থোৱা প্ৰয়োজন।

পৰ্ব্বতেশ্বৰ। তেতিয়াহলে এওঁলোক মোৰ তাত থাকিব।

আলেকজেণ্ডাৰ। পঞ্চনদ নৰেশৰ যি ইচ্ছা।

## চতুৰ্থ দৃশ্য

স্থান—মালৱ সিংহৰণৰ উদ্যানৰ এটা অংশ।

মালবিকা। (প্ৰবেশ কৰি) ফুলে মিচিকিয়া হাঁহিৰে চকু মেলে কিন্তু অ… পাছতে ৰেণুবোৰ সৰাই মৰহি যায়, চকুৰ পানীৰে পৃথিবীৰ বক্ষক সি… কৰি দিয়ে। এক স্নিগ্ধ সমীৰৰ আবেগ আহে, আৰু নিশ্বাস পেলা… গুচি যায়। এই পৃথিবী কেৱল কান্দিবলৈকে নেকি? নহয়, সকলো… কাৰণে একে নিয়ম নহয়। কাৰবাৰ জন্ম কান্দিবৰ কাৰণে আ… কাৰবাৰ আকৌ হাঁহিবৰ কাৰণে। (ভাবি থাকে) এতিয়া ছুটিৰ স… কিন্তু এক বিচিত্ৰ ধৰণৰ বিদেশীৰ দলে ইয়াত নিজৰ তম্বু তৰিছে… তেওঁলোকৰ ভিতৰত এজনক যে দেখিলেই ভয় লাগে। সৌৱা চোৱা-… সেই যুৱক আহি পৰিল। (তলমূৰ কৰি ফুল গোটাই, যাদুকৰৰ বেশ… চন্দ্ৰগুপ্তৰ প্ৰবেশ)

চন্দ্ৰগুপ্ত। মালবিকা!

মালবিকা। কি আদেশ?

চন্দ্ৰগুপ্ত। তোমাৰ নাহৰ গছবোৰ কেনেকুৱা হৈছে?

মালবিকা। সেউজীয়া।

চন্দ্ৰগুপ্ত। আজি অলপ খেল দেখুৱা হব—চাবানে?

মালবিকা। খেলতো প্ৰতিদিন দেখি আছো। নাজানো এই মানুহবো… কৰপৰা আহে আৰু কিবা নহয় কিবা অভিনয় কৰি কলৈ গুচি যায়… এই উদ্যানৰ চুকত বহি মই সকলো চাই থাকো।

চন্দ্ৰগুপ্ত। মালবিকা! তুমি কিবা গান জানানে?

মালবিকা। গানতো জানো, কিন্তু……।

চন্দ্ৰগুপ্ত। কিন্তু কি?

মালবিকা। এতিয়া যুদ্ধৰ সময়। দেশত কেৱল যুদ্ধৰ আলোচনাহে … আছে। আজি কালি মালৱত কোনেও গান-বাজনা নকৰে।

চন্দ্ৰগুপ্ত। ৰণভেৰীৰ আগতে যদি মধুৰ মুৰুলীৰ এক তান শুনি ন…



তেতিয়াহলে একো ক্ষতি নহয়। মালবিকা! নাজানো কিয় আজি এনেকুৱা কামনা জাগ্ৰত হৈ উঠিছে।

মালবিকা। বাৰু শুনক—

(হঠাৎ চাণক্যৰ প্ৰবেশ)

চাণক্য। ছোৱালীৰ লগত কথা পতাৰ সময় এইটো নহয় মৌৰ্য্য।

চন্দ্ৰগুপ্ত। নহয় গুৰুদেৱ! মই আজি বিপাশাৰ পাৰৰ পৰা আহিছো। আৰু যৱন শিবিৰো ঘূৰিপকি চাই আহিছো।

চাণক্য। কি দেখিলা?

চন্দ্ৰগুপ্ত। সমস্ত যৱন সেনা শিথিল হৈ পৰিছে। মগধৰ যাদুকৰ বুলি শুনি যৱন সৈনিকে মোক মগধৰ সেনাৰ বাতৰি সুধিছিল। মই কলো যে পঞ্চনদৰ সৈনিকতকৈও শক্তিশালী কেইবালাখো ৰণকুশল যোদ্ধাই শতদ্ৰু নৈৰ পাৰত তোমালোকৰ কাৰণে অপেক্ষা কৰি আছে। নন্দৰ হাতত কেইবালাখো সৈন্য আছে বুলি শুনি তেওঁলোকৰ ভিতৰত আতঙ্কৰ সৃষ্টি হৈছে আৰু তাৰ পৰা এক প্ৰকাৰ বিদ্ৰোহ বিয়পি পৰিছে।

চাণক্য। বাৰু, তাৰ পাছত কি হৈছে? কেলিস্থনীজৰ অনুগত সকলে কি কৰিছে?

চন্দ্ৰগুপ্ত। তেওঁলোকৰ উত্তেজনাত সৈনিক সকলে বিপাশা পাৰ হবলৈ আপত্তি কৰিছে আৰু যৱনে দেশলৈ ঘূৰি যাবলৈ আগ্ৰহ কৰিছে। চিকণ্ডৰে অতিশয় অনুৰোধ কৰা সত্বেও তেওঁলোক যুদ্ধৰ কাৰণে সন্মত হোৱা নাই। এই কাৰণে তেওঁলোকে ইৰাৱতীৰ জলপথৰ পৰা উলটি যাবলৈ স্থিৰ কৰিছে। এতিয়া তেওঁলোকৰ যুদ্ধ কৰাৰ ইচ্ছা নাই।

চাণক্য। আৰু ক্ষুদ্ৰকৰ বাতৰি কি?

চন্দ্ৰগুপ্ত। তেওঁলোকো সাজু হৈ আছে। মোৰ ইচ্ছা যে এই জগৎবিজেতাৰ ভাও ধৰাজনক এটা পৰাজয়ৰ পাঠ পঢ়োৱা হওক। কিন্তু বৰ্ত্তমান ইয়াত সিংহৰণ থকাতো আৱশ্যক হৈ পৰিছে।

চাণক্য। বাৰু দেখা যাব। সত্বৰ সংসদত মালৱৰ যুদ্ধ পৰিষদ বহিব। খুব সাৱধানেৰে কাম কৰিব লাগিব। মালৱক গোটাবৰ কাৰণে আমি যথাসাধ্য চেষ্টা কৰিছো।

চন্দ্ৰগুপ্ত। আপুনি বলক। মই এতিয়াই গৈছো।

(চাণক্যৰ প্ৰস্থান)

মালবিকা। এই খেলা দেখোন বৰ ভয়ানক হব মাগধ।

চন্দ্ৰগুপ্ত। কোনো চিন্তা নাই। কল্যাণী দেখোন এতিয়াও নাহিল।

( এজন সৈনিকৰ প্ৰবেশ )

চন্দ্ৰগুপ্ত। কি হল ?

সৈনিক। সেনাপতি! মগধৰ সৈন্যৰ কাৰণে কি আদেশ ?

চন্দ্ৰগুপ্ত। বিপাশা আৰু শতদ্ৰুৰ মাজত যত অতি সংকীৰ্ণ ঠাই আছে তাত নিজৰ সৈন্য থোৱা, মনত ৰাখিবা যে বিপাশা পাৰ হলে মগধ সাম্ৰাজ্য ধ্বংস কৰাটো যৱনৰ কাৰণে অতি সাধাৰণ কাম হব। চিকগুৱৰ সৈন্যৰ আগত এনেকুৱা বিৰাট প্ৰদৰ্শন হোৱা উচিত—যাক দেখি তেওঁলোকে ভয় খায়।

সৈনিক। আপুনি কেতিয়া যাব ? ৰাজকুমাৰীয়ে সুধিছে। তেওঁৰ মালৱত থকাৰ ইচ্ছা নাই।

চন্দ্ৰগুপ্ত। ৰাজকুমাৰীক মোৰ সেৱা জনাবা আৰু কবা যে মই সেনাপতিৰ পুত্ৰ। যুদ্ধই হৈছে মোৰ জীৱিকা। ক্ষুদ্ৰকৰ সৈন্যই মোক সেনাপতি হবৰ কাৰণে নিমন্ত্ৰণ কৰিছে। সেই কাৰণে মই ইয়াত থাকিও মগধৰ যথাযোগ্য সেৱা কৰিব পাৰিম।

সৈনিক। যথা আজ্ঞা। ( যায় )

চন্দ্ৰগুপ্ত। ( অলপ ভাবি ) সৈনিক! ( সৈনিক আকৌ ঘূৰি আহে )

সৈনিক। কি আদেশ ?

চন্দ্ৰগুপ্ত। ৰাজকুমাৰীক কৈ দিবা যে মগধলৈ যোৱাৰ প্ৰবল ইচ্ছা হোৱা সত্ত্বেও যেন তেওঁ লগত সৈন্য লৈ নাযায়।

সৈনিক। ইয়াৰ উত্তৰো লৈ আহিব লাগিব নেকি ?

চন্দ্ৰগুপ্ত। নালাগে।

( সৈনিকৰ প্ৰস্থান )

মালবিকা। মালৱৰ বহুত কথাই দেখিছো মোৰ দেশতকৈ বিপৰীত। এওঁলোকৰ যুদ্ধ-পিপাসা অতি বেচি। এতিয়া আকৌ যুদ্ধ !

চন্দ্ৰগুপ্ত। তেতিয়াহলে তুমি এই দেশৰ নহয় নেকি ?

মালবিকা। নহয়, মই সিন্ধুৰ অধিবাসী আৰ্য্য। তাত যুদ্ধ-বিগ্ৰহ নাই, ন্যায়ালয়ৰ প্ৰয়োজন নাই। প্ৰচুৰ পৰিমাণে সোন থকা সত্ত্বেও তাক কোনেও ব্যৱহাৰ নকৰে। এই কাৰণে তাত আৰ্থিক বিবাদৰ কেতিয়াও প্ৰশ্নই নুঠে। মোৰ সিন্ধু দেশ মানুহৰ প্ৰাকৃতিক জীৱনৰ সুন্দৰ দোলনা।



চন্দ্ৰগুপ্ত। তেতিয়াহলে ইয়ালৈ কেনেকৈ আহিলা ?

মালবিকা। আন আন দেশবোৰ চাবলৈ মোৰ বৰ ইচ্ছা হৈছিল। কিন্তু তক্ষশিলালৈ আহি ৰাজকুমাৰী অলকাৰ প্ৰতি মোৰ এনেকুৱা ভাল-পোৱা জন্মিল যে মই তাতে থাকি গলো। তেৱেঁই মোক আহত সিংহৰণৰ লগত ইয়ালৈ পঠিয়াই দিলে। কুমাৰ সিংহৰণ বৰ দয়ালু। কিন্তু মাগধ, তোমাক দেখি মই আচৰিত হৈ যাওঁ। কেতিয়াবা যাদুকৰ, কেতিয়াবা আন কিবা। এই সুন্দৰ চেহেৰাক বিকৃত কৰাৰ নো বাৰু তোমাৰ কি প্ৰয়োজন ?

চন্দ্ৰগুপ্ত। কল্যাণী! তোমাৰ সৰলতাত মই মুগ্ধ হৈছো। তুমি এই কথা শুনি কি কৰিবা ?

( প্ৰস্থান )

মালবিকা। ভাল পোৱাত অন্তৰ বিগলিত হৈ যায়। কিন্তু পিছল খোৱাৰো ভয় থাকে। আচৰিত যুৱক! চাওঁ কুমাৰ সিংহৰণ কেতিয়া আহে।

( পট পৰিবৰ্ত্তন )

## পঞ্চম দৃশ্য

স্থান—বন্দীশাল।

( আহত সিংহৰণ আৰু অলকা )

অলকা। এতিয়া উঠা-মেলা কৰিব পাৰিবা নহয় ?

সিংহৰণ। পাৰিম অলকা। কিন্তু বন্দীশালত উঠা-মেলা কৰি একো লাভ নাই।

অলকা। নহয় মালৱ। যিমান সোনকালে পাৰা সুস্থ হবলৈ চেষ্টা কৰা। তোমাক বৰ প্ৰয়োজন হৈ পৰিছে।

সিংহৰণ। কিয় ?

অলকা। চিকগুৱৰ সৈন্য ইৰাৱতী পাৰ হৈ আছে। পঞ্চনদৰ লগত সন্ধি

হৈ গল—এতিয়া যৱন সৈন্য নিশ্চিন্ত হৈ আগ বাঢ়িব খুজিছে। অ
চাণক্যৰ এজন গুপ্তচৰে আহি এই বাতৰি শুনাই গৈছে।

সিংহৰণ। কেনেকৈ ?

অলকা। চাণক্যৰ গুপ্তচৰ বৌদ্ধ ভিক্ষুকৰ বেশত গান গাই ভিক্ষা কৰি আহিছিল। তেওঁ ইঙ্গিতৰ দ্বাৰা ইয়াৰ অৰ্থ বুজাই দি গৈছে।

সিংহৰণ। মই যে ইয়াত বন্দী, আৰ্য্য চাণক্যই এই কথা জানে নেকি

অলকা। জানে, আৰ্য্য চাণক্যই ইয়াৰ সকলো ঘটনাৰ কথাই জানে।

সিংহৰণ। তেতিয়াহলে মালৱৰ ওপৰত সোনকালে আক্ৰমণ কৰা হব।

অলকা। এইবাবে চিন্তাৰ কোনো কাৰণ নাই। কাৰণ চন্দ্ৰগুপ্তক ল লৈ আৰ্য্য চাণক্যই তাত এটা বৰ ডাঙৰ কাম কৰিলে। ক্ষুদ্ৰক আ মালৱৰ মাজত সন্ধি হৈ গল। এতিয়া চন্দ্ৰগুপ্তক সেই সন্মিলিত সৈ সেনাপতি পাতিবলৈ আয়োজন কৰা হৈছে।

সিংহৰণ। ( উঠি ) তেতিয়াহলে অলকা, মই সোনকালে সেই থিনি পা উচিত।

অলকা। কিন্তু তুমি যে বন্দী।

সিংহৰণ। যি দৰেই হয় অলকা, মোক তালৈ পঠোৱা।

অলকা। ( অলপ ভাবিবলৈ ধৰে ) তুমি জানা যে মই কিয় বন্দিনী আছো ?

সিংহৰণ। কিয় ?

অলকা। আম্ভীকৰ লগত পৰ্ব্বতেশ্বৰৰ সন্ধি হৈ গল আৰু তেওঁলো বিৰোধ মিটাবৰ কাৰণে স্বয়ং চিকগুৱে আম্ভীকৰ সৈতে পৰ্ব্বতে ভনীয়েকৰ বিয়া দিলে। মই ইয়াত বন্দিনী বুলি জানিও আম্ভীকে মো এৰি দিবলৈ চেষ্টা কৰা নাই। কাৰণ তাৰ পেটে-পেটে ইচ্ছা আ যে পৰ্ব্বতেশ্বৰৰ আনবোৰ ৰাণীৰ দৰে ময়ো এক ৰাণী হৈ যাওঁ। কিন্তু এই কথাত আপত্তি কৰিলো।

সিংহৰণ। অলকা! তেতিয়াহলে কি কৰিব লাগিব ?

অলকা। যদি মই পৰ্ব্বতেশ্বৰক বিয়া কৰাবলৈ সন্মত হওঁ—সম্ভৱ তেতি তোমাক মুক্ত কৰাব পাৰিম।

সিংহৰণ। মোক……অলকা! মোক সুধিছা!

অলকা। নহলে আন কি উপায় আছে ?



সিংহৰণ। মোৰ মূৰ ঘূৰি গৈছে। অলকা! তুমি পৰ্ব্বতেশ্বৰৰ প্ৰণয়িনী হবা। তাতকৈ ইয়াৰ আগতে মোৰ মৃত্যু নহল কিয় ?

অলকা। কি মালৱ, ইয়াত তোমাৰ কিবা ক্ষতি আছে নেকি ?

সিংহৰণ। এই কঠিন পৰীক্ষা নলবা অলকা। মই বৰ দুৰ্ব্বল। মই ইহকাল পৰকালত তোমাৰ লগ নেৰো বুলি প্ৰতিজ্ঞা কৰিছোঁ।

অলকা। মালৱ! দেশৰ স্বাধীনতা তোমাৰ আশাত।

সিংহৰণ। আৰু তুমি পঞ্চনদৰ অধীশ্বৰী হোৱাৰ আশাত………তেতিয়া হলে মোক যুদ্ধক্ষেত্ৰত প্ৰাণ দিবলৈ আদেশ দিয়া।

অলকা। ( হাঁহি ) থং উঠি গল। আৰ্য্য চাণক্যৰ আদেশ যে পৰ্ব্বতেশ্বৰৰ সূত্ৰ সঞ্চালন কৰিবৰ বাবে অলপ দিনৰ কাৰণে মই পৰ্ব্বতেশ্বৰৰ ৰাণী হৈ যাওঁ।

সিংহৰণ। এইটোও কিবা ধৰণৰ ধেমালি নেকি ?

অলকা। বন্দী! যোৱা, মই আদেশ দিছো, শুই থাকা।

( সিংহৰণৰ প্ৰস্থান )

অলকা। সুন্দৰ নিশ্চল হৃদয়, তোমাৰ লগত ধেমালি কৰাও অন্যায়। কিন্তু অন্তৰৰ ব্যথাক দমন কৰিব লাগিব। সিংহৰণক মালৱলৈ পঠাবৰ কাৰণে প্ৰণয়ৰ লগত অত্যাচাৰ কৰিব লাগিব।

( গান গায় )

মোৰ পৰাণ যিদিনা উঠিল জাগি তোমাৰ পৰশ পায়।
সিদিনা ধৰি তন্দ্ৰা মোহত আছো তোমাক চাই ॥
চন্দ্ৰলোকৰ জোছনা আনি নবীন সপোন সানি।
আধা দিঠক আধা সপোন দিলা গোপন বাণী ॥
বাণী শুনি আকুল হৈ উতলা লহৰ নাচে।
বায়ুৰ সাগৰ গৰজি উঠে জোৱাৰ আহে পাছে ॥
ইমান নবীন প্ৰাণৰ প্ৰদীপ থবৰ নাপালো ঠাই।
নোলাল কতো পূজাৰ বেদী পাত্ৰ কেনিও নাই ॥

( পৰ্ব্বতেশ্বৰৰ প্ৰবেশ )

পৰ্ব্বতেশ্বৰ। সুন্দৰী অলকা! তুমি আৰু কিমান দিন ইয়াত থাকিবা ?

অলকা। সেইটো বন্দী কৰোতাৰ ইচ্ছাৰ ওপৰতহে নিৰ্ভৰ কৰে মহাৰাজ।

পৰ্ব্বতেশ্বৰ। তোমাক কোনে বন্দী কৰিছে? এইটো তোমাৰ অ
অভিযোগ অলকা। বলা, সুসজ্জিত ৰাজপ্ৰাসাদে তোমাৰ প্ৰতীক্ষা ক
আছে।

অলকা। নহয় পৌৰৱ! মই ৰাজপ্ৰাসাদক ভয় কৰো কাৰণ তাৰ লো
মানুহে আজীৱন মানসিক কাৰাবাস ভোগ কৰে।

পৰ্ব্বতেশ্বৰ। ইয়াৰ অৰ্থ কি?

অলকা। ইয়াৰ অৰ্থ এয়েই যে সুকোমল শয্যাত শুবৰ আশাত স্বাধীনত
বিসৰ্জ্জন দিব লগীয়া হয়, ইয়েই হৈছে বিলাসপূৰ্ণ ৰাজপ্ৰাসাদৰ প্ৰলোভন

পৰ্ব্বতেশ্বৰ। পৰিহাস নকৰিবা অলকা। পৰ্ব্বতেশ্বৰে যি কাম কৰিছে ত
ভাৰতৰ সমগ্ৰ জনতাই জানে। কিন্তু যদি দৈব প্ৰতিকূল হয় তেতি
হলে কি কৰা যায়?

অলকা। মই বাৰু মানিছো, কিন্তু আপোনাৰ অন্তৰাত্মাই ইয়াক মানিব
প্ৰস্তুত নহয়। আমি আপোনাৰ কাৰণে, দেশৰ কাৰণে নিজৰ প্ৰাণ ব
দিবলৈ প্ৰস্তুত হৈ আছিলো, কেৱল যৱনক প্ৰসন্ন কৰিবৰ কাৰণেই আপু
আমাক বন্দী কৰিলে।

পৰ্ব্বতেশ্বৰ। বন্দী কেনেকৈ?

অলকা। যদি বন্দী নহয় তেতিয়া হলে আৰু নো কি? যি সিংহ
আপোনাৰ কাৰণে যুদ্ধ কৰি আহত হল আজিলৈকে তেওঁক কিয় বা
থোৱা হৈছে? পঞ্চনদ নৰেশ, আপোনাৰ ন্যায় অতি চমৎকাৰ নহয়?

পৰ্ব্বতেশ্বৰ। কোনে কৈছে সিংহৰণ বন্দী? সেই বীৰক মই প্ৰতিষ্ঠিত কৰি
অলকা, কিন্তু তাৰ আগতে তেওঁৰ লগত দ্বন্দ্ব যুদ্ধ কৰিব খুজিছোঁ।

অলকা। কিয়?

পৰ্ব্বতেশ্বৰ। কিয়নো, অলকাৰ দুজন প্ৰেমিক জীয়াই থাকিব নোৱাৰে।

অলকা। মহাৰাজ! আপুনি যদি চিকণ্ডৰৰপৰা ৰজাৰ নিচিনা ব্যৱহ
নিবিচাৰি দ্বন্দ্ব যুদ্ধ বিচাৰিলেহেঁতেন তেতিয়া হলে অলকাৰো ভাবিব
সুযোগ ঘটিলেহেঁতেন।

পৰ্ব্বতেশ্বৰ। যদি মই চিকণ্ডৰৰ বিপক্ষ হৈ যাওঁ, তেতিয়া হলে তুমি মো
ভাল পাবা নেকি অলকা? সঁচা কথা কোৱা।

অলকা। তেতিয়া হলে ভাবি চাম, কিন্তু এনেকুৱা হোৱাৰ সম্ভাৱনা নাই।

পৰ্ব্বতেশ্বৰ। প্ৰমাণ চাব খুজিছা নেকি অলকা?



অলকা। সিংহৰণৰ দেশত যৱনে আক্ৰমণ কৰিবলৈ উদ্যত হৈছে তাত যেন তোমাৰ সৈন্য যৱনৰ সহায়ক নহয় আৰু সিংহৰণক যেন নিজৰ জন্মভূমিক ৰক্ষা কৰিবৰ কাৰণে মুক্তি দিয়া হয়।

পৰ্ব্বতেশ্বৰ। মই সন্মত আছো।

অলকা। তেতিয়াহলে ময়ো ৰাজপ্ৰাসাদলৈ যাবলৈ প্ৰস্তুত আছোঁ। কিন্তু এটা চৰ্ত্তত।

পৰ্ব্বতেশ্বৰ। সেইটো কি?

অলকা। সি হৈছে এয়েই যে যিমানদিন চিকণ্ডৰ ভাৰতত থাকিব, সিমানদিন ময়ো স্বাধীন হৈ থাকিম। পঞ্চনদ নৰেশ, বিশ্বাস কৰিব এই ডকাইতৰ দল বাৰিষাৰ বানপানীৰ দৰে ওলাই যাব।

পৰ্ব্বতেশ্বৰ। সঁচা কৈছা অলকা। বাৰু মই প্ৰতিজ্ঞা কৰিছোঁ যে তুমি যি কবা সেয়েই হব। সিংহৰণৰ কাৰণে ৰথ আহিব আৰু তোমাৰ কাৰণে শিবিকা। চাবা, পাহৰি নাযাবা।

( চিন্তিত ভাবত প্ৰস্থান )

## ষষ্ঠ দৃশ্য

### স্থান—মালৱৰ পৰিষদ ভৱন।

দেৱবল। পৰিষদৰ সন্মুখত মই এটা প্ৰস্তাৱ উপস্থিত কৰিব খুজিছো যৱনৰ লগত যুদ্ধ কৰিবৰ কাৰণে মালৱ আৰু ক্ষুদ্ৰকৰ ভিতৰত সন্ধি হৈছে, তাক শক্তিশালী কৰিবৰ কাৰণে দুয়ো দলৰ ভিতৰত এক সন্মিলিত সেনাদল তৈয়াৰ কৰা আৱশ্যক, আৰু ইয়াৰ সেনাপতি ক্ষুদ্ৰকৰ মনোনীত সৈনাধ্যক্ষ মাগধ চন্দ্ৰগুপ্তয়েই হওক। তেওঁৰ আদেশমতে যেন সৈন্য পৰিচালনা কৰা হয়।

( সিংহৰণৰ প্ৰবেশ। পৰিষদত আনন্দ ধ্বনি )

সকলোৱে। জয়, কুমাৰ সিংহৰণৰ জয়!

নাগদত্ত। মগধ এখন সাম্ৰাজ্য। লিচ্ছবি আৰু বৃজি গণতন্ত্ৰক পদাঘাত কৰা

মগধৰ এজন নিবাসীয়ে আমাৰ সৈন্য পৰিচালন কৰিব এইটো বৰ অন্যায় কথা। মই ইয়াক সমৰ্থন কৰিব নোৱাৰো।

সিংহৰণ। মই মালৱ সৈন্যৰ প্ৰধান সেনাপতি। পৰিষদে মোক সেনাপতিৰ অধিকাৰ দিছে আৰু লগতে মই সন্ধি বিগ্ৰহৰ কামো কৰিছো। মই পঞ্চনদৰ পৰিস্থিতি সচক্ষে দেখি আহিছো আৰু মাগধ চন্দ্ৰগুপ্তকো মই খুব ভালকৈয়ে জানো। মই চন্দ্ৰগুপ্তৰ আদেশনুসৰি যুদ্ধ কৰিবলৈ প্ৰস্তুত আছো। মোৰ আৰু এটা প্ৰাৰ্থনা আছে যে উত্তৰাপথৰ বিশিষ্ট ৰাজনীতিজ্ঞ আৰ্য্য চাণক্যৰ চিন্তাশীল ৰাজনৈতিক মতামত শুনাৰ পাছত যেন আপোনা-লোকে নিজৰ কৰ্ত্তব্য স্থিৰ কৰে।

গণমূখ্য। আৰ্য্য চাণক্য মঞ্চলৈ আহক।

চাণক্য। ( মঞ্চৰ পৰা ) উত্তৰাপথৰ প্ৰধান গণতান্ত্ৰিক ৰাষ্ট্ৰ মালৱৰ পৰিষদৰ ওচৰত মই অনুগৃহীত হৈছো যে তেখেত সকলে এনেকুৱা গুৰুত্বপূৰ্ণ অৱস্থাত মোক কিবা কবলৈ আমন্ত্ৰণ কৰিছে। গণতন্ত্ৰ আৰু একৰাজ্যৰ প্ৰশ্ন ইয়াত উঠিব নোৱাৰে, কাৰণ লিচ্ছবি আৰু বৃজিয়ক অপকাৰ কৰা মগধৰ এথন ৰাজ্য অতি সোনকালে গণতন্ত্ৰত পৰিণত হব। যুদ্ধৰ সময়ত এজন নায়কৰ আদেশ মানি চলিব লাগে। সেই সময়ত ক্ষুদ্ৰ ৰেখা অনুযায়ী অস্ত্ৰ-চালনা কৰা অসম্ভৱ। এই কাৰণে এজন নায়কৰ অত্যন্ত প্ৰয়োজন, আৰু এই কামৰ বাবে বৰ্ত্তমান পৰিস্থিতিত চন্দ্ৰগুপ্ততকৈ উপযুক্ত দ্বিতীয় ব্যক্তি নোলাব। বিতস্তা প্ৰদেশৰ অধীশ্বৰ পৰ্ব্বতেশ্বৰে যৱনৰ লগত সন্ধি কৰা স্বত্বেও তেওঁৰ সৈন্যই যৱনক সহায় নকৰে ; ই একমাত্ৰ চন্দ্ৰগুপ্তৰ চেষ্টাৰ ফল। এওঁৰ যত্ন আৰু চেষ্টাৰ কাৰণেই যৱন সৈন্যৰ ভিতৰত বিদ্ৰোহৰো সৃষ্টি হৈছে, যাৰ বাবে তেওঁলোকৰ আগবঢ়া অসম্ভৱ হৈ পৰিছে। কিন্তু চিকওৱৰ কূটনীতিয়ে প্ৰত্যাৱৰ্ত্তনতো নিজৰ বিজয় বিচাৰিছে। তেওঁ নিজৰ বিদ্ৰোহী সৈন্যক স্থলপথেদি ঘূৰি যাবলৈ আদেশ দি নিজে নৌ-বলৰ দ্বাৰা স্বয়ং সিন্ধু সংগমৰ ওচৰৰ প্ৰদেশ অধিকাৰ কৰিব খুজিছে। ইয়াৰ দ্বাৰা নিশ্চয় মালৱ ৰাজ্য ধ্বংস হব। এইবোৰ কাৰণে সেনাপতিৰ বাবে যদি আপোনালোকে চন্দ্ৰগুপ্তক বৰণ কৰে, তেতিয়াহলে আপোনালোকে ক্ষুদ্ৰকৰ সহযোগো পাব ; কাৰণ তেওঁলোকেও চন্দ্ৰগুপ্তকে নিজৰ সেনাপতি পাতিছে।

নাগদত্ত। এইটো হব নোৱাৰে।



চাণক্য। প্ৰবল প্ৰতিৰোধৰ সন্মুখীন হবৰ কাৰণে দুয়ো পক্ষৰ সৈন্যৰ ভিতৰত একাধিপত্য থকা আৱশ্যক, লগতে ক্ষুদ্ৰকৰ সন্ধিৰ সন্মানো ৰখা উচিত। এতিয়া শাসনৰ প্ৰশ্ন নহয়, যুদ্ধৰ প্ৰশ্ন। যুদ্ধত সন্মিলিত হোৱা বীৰসকলৰ ভিতৰত একতা থকা দেশৰ কাৰণে লাভজনক। তথাপি মালৱ আৰু ক্ষুদ্ৰক দুয়ো স্বতন্ত্ৰ সংঘ আৰু স্বতন্ত্ৰ হৈয়ে থাকিব। সম্ভৱতঃ অদূৰ ভবিষ্যতত প্ৰাচ্যৰ এখন গণতান্ত্ৰিক ৰাষ্ট্ৰয়ো আহি ইয়াৰ লগত যোগ দিব।

নাগদত্ত। এতিয়া বুজিলো। চন্দ্ৰগুপ্তকে সন্মিলিত সৈন্যৰ সেনাপতি পতা উচিত হব।

সিংহৰণ। আহত সকলক আহাৰ-পানী, ঔষধ-পাতি আৰু সেৱা-শুশ্ৰূষা কৰা তিৰোতা সকলে মালবিকাক প্ৰধান সেৱিকা পাতিবলৈ প্ৰাৰ্থনা জনাইছে।

গণমূখ্য। ই তেওঁলোকৰ ইচ্ছাৰ কথা। বাৰু, প্ৰধান সেনাপতিৰ পদৰ কাৰণে চন্দ্ৰগুপ্তক বৰণ কৰিবলৈ পৰিষদে আদেশ দিছে।

( সমবেত জয়ধ্বনি )

## সপ্তম দৃশ্য

### স্থান—পৰ্ব্বতেশ্বৰৰ ৰাজপ্ৰসাদ।

অলকা। সিংহৰণে কিজানি মোৰ কাৰণে বাট চাই আছে, আৰু মই ইয়াত পৰি আছো। আজি ইয়াৰ কিবা এটা বিহিত কৰিবই লাগিব। আৰু বেচি নহয়—( আকাশৰ ফালে চাই ) তৰাৰে তিৰবিৰাই থকা অমানিশাৰ নীলা আকাশ। যেন নিপুণ গণিতজ্ঞই নিজানত বহি গণিত ৰেখাৰ সমস্যা সমাধান কৰিবৰ কাৰণেহে এই বিন্দু দি আছে।

( পৰ্ব্বতেশ্বৰৰ প্ৰবেশ )

পৰ্ব্বতেশ্বৰ। অলকা! বৰ দোধোৰ-মোধোৰত পৰিছো।

অলকা। কিয় পৌৰৱ ?

পৰ্ব্বতেশ্বৰ। মালৱ যুদ্ধত অংশ গ্ৰহণ নকৰো বুলি মই তোমাক প্ৰতিশ্ৰুতি

দিছিলো, কিন্তু চিকগুৱৰ দূতে কৈছেহি যে আঠশ অশ্বাৰোহী লৈ ইৰাৱতীৰ পাৰত তেওঁক লগ ধৰিব লাগে। লগতে এইটোও গম পাইছো যে কিছুমান যৱন সেনা নিজৰ দেশলৈ ঘূৰি গৈছে।

অলকা। ( অন্যমনস্ক হৈ ) হোঁ, কৈ যোৱা।

পৰ্ব্বতেশ্বৰ। এই বিষয়ে তুমি কি কোৱা অলকা ?

অলকা। কোৱা, মই কেৱল শুনিব খুজিছো।

পৰ্ব্বতেশ্বৰ। অলকা ! এতিয়া কোৱা মই কি কৰো ?

অলকা। নিজে যি ভাল দেখা তাকে কৰা মোক চাবলৈ দিয়া। এনেকুৱা সুন্দৰ বেণী, ফুলেৰে গথা এই কলা ৰজনীৰ সুন্দৰ বেণী ! আহঃ !

পৰ্ব্বতেশ্বৰ। তুমি কি কৈ আছা ?

অলকা। মোৰ গান গাবৰ ইচ্ছা হৈছে। শুনিবা ?

( গীত গায় )

বন-বননিৰ দিগ-দিগন্তত
সন্ধিয়া যেতিয়া নামে
উষা সন্ধিয়াৰ মিলন ৰাগিণী
হৃদয় তন্ত্ৰীত বাজে।
অশ্ৰুধাৰাৰে গীত ৰচিছিলো
কবিতা ভাষাৰ কথা গাথিছিলো
নীৰৱ হিয়াৰ অলীক ভাবনা
উঠলি উঠিল গানে।
স্মৃতি সাগৰৰ বলুকা খেদি
মানসী তৰীত উঠিছে আজি
সপোন ফুলৰ মালিকা ৰচি
হিয়াৰ ছলক জাগে।

পৰ্ব্বতেশ্বৰ। অলকা ! মই পাগল হৈ যাব খুজিছো। তুমি মোক কি ক দিলা ?

অলকা। মই দেখোন গান গাইহে আছো।

পৰ্ব্বতেশ্বৰ। পৰিহাস নকৰিবা। কোৱা মই কি কৰো ?



অলকা। যদি চিকগুৱৰ এই ৰণ নিমন্ত্ৰণত তুমি নোযোৱা, তেতিয়াহলে তোমাৰ ৰাজ্য গুচি যাব।

পৰ্ব্বতেশ্বৰ। বৰ বিড়ম্বনা হল।

অলকা। পৰাধীনতাতকৈ বেচি বিড়ম্বনা আৰু কি হব পাৰে ? এতিয়া বোধকৰো বুজিব পাৰিছা যে সেইয়া সন্ধি নহয়, পৰাধীনতাৰ স্বীকৃতি আছিল।

পৰ্ব্বতেশ্বৰ। মই ভাবিছো যে যদি এহেজাৰ অশ্বাৰোহী সৈন্যক লগত লৈ যাওঁ, আৰু পাছত কিবা এটা চেলু উলিয়াই ওলাই আহোঁ।

অলকা। ( মনে মনে ) মই যাওঁ, পলাবলৈ আৰু এনেকুৱা উপযুক্ত সুযোগ নোলাব। ( ডাঙৰকৈ ) বাৰু। কিন্তু ময়ো তোমাৰ লগত যাম। নহলে মই ইয়াত অকলে থাকি কি কৰিম ?

( পৰ্ব্বতেশ্বৰৰ প্ৰস্থান )

## অষ্টম দৃশ্য

### স্থান—ইৰাৱতী নৈৰ পাৰত।

( কেইজনমান সৈনিকৰ সৈতে মালবিকা আৰু চন্দ্ৰগুপ্ত, নৈত অলপ দূৰত কেইখনমান নাও। )

মালবিকা। মোক সোনকালে উত্তৰ দিয়ক।

চন্দ্ৰগুপ্ত। তুমি যি ভাল দেখা, তোমাৰ প্ৰয়োজনীয় বস্তু তোমাৰ অধীনতে থাকিব। সিংহৰণক ক'ত এৰি আহিলা ?

মালবিকা। এতিয়াই আহি যাব।

চন্দ্ৰগুপ্ত। ( সৈনিকক ) তোমালোক কিমান দূৰলৈকে গৈছিলা ?

সৈনিক। চাৰি ক্ৰোশলৈকে যৱনৰ সন্ধান নাপালো। কিন্তু কিছুমান ভয়াতুৰ সৈনিকক ইৰাৱতীৰ সিপাৰত দেখি আহিছো। মালৱৰ পঞ্চাশখন যুদ্ধৰ নাৱে নিৰীক্ষণ কৰিয়েই আছে। তাত ধনুৰ্দ্ধৰো আছে।

সিংহৰণ। (প্ৰবেশ কৰি) সেইবোৰ পৰ্ব্বতেশ্বৰৰ সৈন্য হব। কিন্তু মাগধ আচৰিত!

চন্দ্ৰগুপ্ত। আচৰিত হবলৈ একো নাই।

সিংহৰণ। ক্ষুদ্ৰকৰ কেৱল কেইটামান দলহে আহিছে। আৰু দেখোন...

চন্দ্ৰগুপ্ত। কেনো চিন্তা নাই। কল্যাণীৰ মাগধ সৈন্য আৰু ক্ষুদ্ৰক নিজ চিন্তাত আছে। যৱনক ইয়ালৈ আহিবলৈ দিয়া। সিংহৰণ, কেইখনমা যুদ্ধৰ নাৱৰ সৈতে মোক সাহসী বীৰ লাগে।

সিংহৰণ। প্ৰস্তুত আছে। আদেশ দিয়ক।

চন্দ্ৰগুপ্ত। যৱনৰ জল-সৈন্যৰ ওপৰত আক্ৰমণ কৰিব লাগিব। বিজয়ৰ উদ্দেশ্য নহয়, কেৱল তেওঁলোকক বিব্ৰত কৰিবৰ আৰু তেওঁলোকৰ বস্তু-বাহানি নষ্ট কৰিবৰ কাৰণেহে।

(সিংহৰণে নিৰ্দ্দেশ দিয়ে আৰু নাওবোৰ যায়)

মালবিকা। তেতিয়াহলে মই সংসদৰ সন্মুখৰ ফালে মোৰ সাধন সামগ্ৰী ৰাখিম। মোৰ উপবনতো এটা সৰু ভৰাল থাকিব।

চন্দ্ৰগুপ্ত। (ভাবি পেলায়) বাৰু!

(খুব বেগাই এখন নাও আহে আৰু তাৰ পৰা অলকা নামি আহে।)

সিংহৰণ। (আচৰিত হৈ) হঠাৎ তুমি কেনেকৈ অলকা?

অলকা। পৰ্ব্বতেশ্বৰে নিজৰ প্ৰতিজ্ঞা ভঙ্গ কৰিলে, তেওঁ লগত সৈন্য লৈ চিকণ্ডৰক সহায় কৰিবলৈ আহিছে। মালৱৰ নাও ঘূৰি ফুৰিছিল। মই জানি-শুনিয়েই পৰ্ব্বতেশ্বৰক এৰি দি তাত উঠিলোঁ। (হাঁহি) কিন্তু মই বন্দী হৈ আহিছোঁ।

চন্দ্ৰগুপ্ত। দেবি! এতিয়া যুদ্ধৰ সময়, সেই কাৰণে কিছুমান নিয়ম পালন কৰিবই লাগিব। মালবিকা! এওঁক উপবনলৈ লৈ যোৱা।

(মালবিকা আৰু অলকাৰ প্ৰস্থান)

(মালৱৰ ৰক্ষকৰ লগত এজন যৱনৰ প্ৰৱেশ।)

যৱন। মালৱৰ সন্ধি-বিগ্ৰহিকক লগ পাব খুজিছোঁ।

সিংহৰণ। তুমি দূত নেকি?

যৱন। হয়।



সিংহৰণ। কোৱা, মই ইয়াতে আছোঁ।

যৱন। দেবপুত্ৰই আদেশ দিছে যে মালৱ নেতাই আহি মোৰ লগত দেখা কৰক আৰু মোৰ জল-যাত্ৰাৰ কাৰণে সকলো আয়োজন কৰি দিয়ক।

সিংহৰণ। চিকণ্ডৰৰ লগত মালৱে এনেকুৱা কোনো সন্ধি কৰা নাই—যাৰ কাৰণে তেওঁলোক এই কামৰ বাবে বাধ্য। অৱশ্যে চিকণ্ডৰক লগ পাবৰ কাৰণে মালৱ প্ৰস্তুত হৈ আছে। লাগিলে সন্ধি পৰিষদতে হওক বা যুদ্ধ-ক্ষেত্ৰতে হওক।

যৱন। তেতিয়া হলে মই গৈ ইয়াকে কম নেকি?

সিংহৰণ। যোৱা, কবা। (ৰক্ষকক) এওঁক সীমাৰ ওচৰত থৈ আহা।

(ৰক্ষকৰ সৈতে যৱনৰ প্ৰস্থান)

চন্দ্ৰগুপ্ত। মালৱ, আমি বৰ গধুৰ দায়িত্ব লৈছোঁ। ইয়াক বহন কৰিবই লাগিব।

সিংহৰণ। জীৱন-মৰণৰ লগত যুদ্ধ কৰি হলেও বহন কৰিম বীৰবৰ!

চন্দ্ৰগুপ্ত। কিন্তু শুনিবলৈ পাইছোঁ যে যৱনসকলে আৰ্য্যৰ ৰণ-নীতিত যুদ্ধ নকৰে। যত ৰণভূমিৰ ওচৰতো খেতিয়কে স্বচ্ছন্দে হাল বাই খেতি কৰিব পাৰে তেনেকুৱা যুদ্ধ আমিহে কৰোঁ। যৱনে আতঙ্কৰ সৃষ্টি কৰিব পাৰে আৰু তাকেই নিজৰ ৰণনীতিৰ প্ৰধান অঙ্গ বুলি ভাবে। নিৰীহ প্ৰজাৰ ওপৰত লুট-পাট কৰা, গাওঁ জ্বলোৱা আদি ভীষণ কাম তেওঁলোকৰ ওচৰত একেবাৰে তুচ্ছ কথা।

সিংহৰণ। যুদ্ধক্ষেত্ৰৰ সীমাৰ ওচৰত থকা মানুহবোৰক আন আন দূৰ্গত একেলগে থাকিবলৈ ঘোষণা কৰি শুনাই দিয়া হৈছে। কি হয় দেখা যাব।

চন্দ্ৰগুপ্ত। কিন্তু এটা কথা সদায় মনত ৰখা উচিত।

সিংহৰণ। কি?

চন্দ্ৰগুপ্ত। এয়েই যে আমি আক্ৰমণকাৰী যৱনক ইয়াৰ পৰা আঁতৰাব লাগিব, আৰু যি দৰেই হওক তেওঁলোকক ভাৰতৰ সীমাৰ পৰা বাহিৰ কৰি দিব লাগিব। সেই কাৰণেই শত্ৰুৰ নীতিৰে হলেও যুদ্ধ কৰিব লাগিব।

সিংহৰণ। সেনাপতিৰ সকলো আদেশ পালন কৰা হব, বলক।

(সকলোৰে প্ৰস্থান)

## নবম দৃশ্য

### শিবিৰৰ সম্মুখত কল্যাণী আৰু চাণক্য।

কল্যাণী। আৰ্য্য! এতিয়া মোক ঘূৰি যাবলৈ আদেশ দিয়ক। কাৰ
চিকণ্ডৱে বিপাশাত নিজৰ আক্ৰমণৰ ঘাটি তৈয়াৰ কৰি লৈছে। আৰ
আগ বঢ়াৰ সম্ভাৱনা নাই, ইফালে অমাত্য ৰাক্ষসো আহি গৈছে। তেওঁ
লগত মোৰ ঘূৰি যোৱাই উচিত হব।

চাণক্য। পিচে, চন্দ্ৰগুপ্তক কি কোৱা হব?

কল্যাণী। মই কেনেকৈ কম?

চাণক্য। কিন্তু ৰাজকুমাৰী, তেওঁৰ অসীম প্ৰেমপূৰ্ণ হৃদয় ভগ্ন হৈ যাব। 
বাধাহীন নাওৰ দৰে ইফালে-সিফালে ভাঁহি ফুৰিব।

কল্যাণী। আৰ্য্য! মই এইবোৰ কথা শুনিব নোখোজোঁ। কাৰণ সম
মোক বুদ্ধি-ভ্ৰষ্ট কৰি পেলাইছে।

(অমাত্য ৰাক্ষসৰ প্ৰৱেশ)

ৰাক্ষস। কোন? চাণক্য?

চাণক্য। হয় অমাত্য! ৰাজকুমাৰী মগধলৈ ঘূৰি যাব খুজিছে।

ৰাক্ষস। তেওঁকনো কোনে বাধা দিব পাৰে?

চাণক্য। কিয়? তুমি পাৰিবা!

ৰাক্ষস। তুমি সকলোকে মূৰ্খ বুলি ভাবিছা নেকি?

চাণক্য। সেইটো পাছত দেখা যাব। অমাত্য! তোমাৰ মগধক ৰক্ষ
কৰাৰ ইচ্ছা নাই নেকি?

ৰাক্ষস। কিয়? মগধনো বিপন্ন কত?

চাণক্য। তেতিয়া হলে মই ক্ষুদ্ৰকক কৈ দিওঁ যে তোমালোকে বাধা নিদি
আৰু যৱনকো এইটো কোৱা হওক যে বাস্তৱিকতে এই পৰিষদ প্ৰা
দেশৰ সম্ৰাটৰ নহয়, যাৰ কাৰণে ভয় কৰি তোমালোকে বিপাশা পাৰ
খোজা নাই। এইয়াতো ক্ষুদ্ৰকৰ ক্ষুদ্ৰ সৈন্য যি তোমালোকৰ কা
মগধলৈ যোৱা সহজ বাট এৰি দিবলৈ প্ৰস্তুত আছে নহয়?



ৰাক্ষস। (ভাবি) আহঃ ব্ৰাহ্মণ, মই স্বয়ং থাকি যাম। এইটো তুমি বিশ্বাস কৰিব পাৰা কিন্তু—

চাণক্য। আকৌ কিন্তু লগাইছা কিয়? তুমি স্বয়ং থাকা আৰু ৰাজকুমাৰীও থাকক। তোমাৰ লগত যি নতুন দল আহিছে, তেওঁলোককো ৰাখিব লাগিব। যেতিয়া চিকণ্ডৱ ইৰাৱতীৰ শেষ সীমা পাবহি—তেতিয়া তোমাৰ সৈন্যৰ প্ৰয়োজন হব। ৰাক্ষস! এতিয়াও মোৰ মগধৰ ওপৰত স্নেহ আছে। মই তাক ধ্বংস আৰু হত্যাৰ পৰা ৰক্ষা কৰিব খুজিছোঁ।

(প্ৰস্থান)

কল্যাণী। অমাত্য! পিচে কি ঠিক কৰিছে?

ৰাক্ষস। এনেয়ে মই এওঁৰ মুখ-দৰ্শনো কৰিব নোখোজো। কিন্তু এতিয়া এওঁৰ কথাত হৰিভৰ দিবলৈ বাধ্য হৈ পৰিছোঁ। ৰাজকুমাৰী! যদি এওঁৰ সহায়ৰ আৱশ্যক নহলহেঁতেন, তেনেহলে মগধৰ এই বিদ্ৰোহীক কেতিয়া-বাই বন্দী কৰিলোঁহেঁতেন।

কল্যাণী। আপুনি যি ভাল দেখে।

(চাণক্যৰ পুনৰ প্ৰৱেশ)

চাণক্য। অমাত্য! সিংহ পিঁজৰাত বন্দী হৈ গল।

ৰাক্ষস। কেনেকৈ?

চাণক্য। জল-যাত্ৰাত এনেকুৱা বাধা-বিঘিনি উপস্থিত হল যে চিকণ্ডৱে স্থল-পথৰ পৰা মালৱৰ ওপৰত আক্ৰমণ কৰিব লগীয়া হল। নিজৰ বিজয়ৰ গপত গঙ্গাটোপ হৈ তেওঁ এনেকুৱা কৰিছিল। কিন্তু এতিয়া লোকলৈ হুল পুতি নিজেই মৰিল ফুটি। এতিয়া ক্ষুদ্ৰক আৰু মগধৰ নতুক সেনাৰ দ্বাৰা তেওঁৰ যাত্ৰাপথত বাধা উপস্থিত কৰিব লাগিব।

ৰাক্ষস। তেতিয়াহলে তুমি কি কব খুজিছা? কি বিচাৰিছা?

চাণক্য। তুমি নিজৰ সম্পূৰ্ণ সৈন্য লৈ বিপাশাৰ পাৰ ৰক্ষা কৰা। আৰু মই পাছ ফালৰ পৰা ক্ষুদ্ৰকক লৈ আক্ৰমণ কৰিবলৈ যাম। ইয়াত ভয়ৰ কোনো কাৰণ নাই।

ৰাক্ষস। মই সন্মত আছোঁ।

চাণক্য। যদি নোহোৱা তেতিয়াহলে নিজৰে অনিষ্ট কৰিবা। (প্ৰস্থান)

সিংহৰণ। পাছফালে চন্দ্ৰগুপ্তৰ সৈন্য আছে। মূৰ্খ! এই দুৰ্গলৈ আহিলে তোমালোক সকলো বন্দী হবা। লৈ যোৱা, চিকণ্ডৰক সোনকালে তুমি লৈ যোৱা, মালৱে যেন এইটো বুজিব নোৱাৰে যে এৱেঁই সেই চিকণ্ডৰ।

মালৱ সৈনিক। সেনাপতি, ৰক্তৰ প্ৰতিশোধ। এই নিষ্ঠুৰে নিৰীহ জনতাক অকাৰণত হত্যা কৰিছে। প্ৰতিশোধ—

সিংহৰণ। ৰবা, মালৱ বীৰ! ৰবা! এইটোও এটা প্ৰতিশোধ। এওঁলোকৰ ওচৰত ভাৰতৰ এইটো এটা ঋণ আছিল। ই হৈছে পৰ্ব্বতেশ্বৰৰ প্ৰতি উদাৰতা দেখুৱাৰ প্ৰত্যুত্তৰ। যৱন! যোৱা, সোনকালে যোৱা।

(তিনিজন সৈনিকে চিকণ্ডৰক লৈ যায় এজন সৈনিকৰ প্ৰৱেশ।)

সিংহৰণ। কি হল?

সৈনিক। দুৰ্গৰ দুৱাৰ ভাগি গল, এতিয়া যৱন সৈন্য ভিতৰলৈ আহিব লাগিছে।

সিংহৰণ। কোনো চিন্তা নাই। দৃঢ় হৈ থাকা। সমগ্ৰ মালৱ সৈন্যক কৈ দিয়া যে সিংহৰণো তোমালোকৰ লগতে মৰিব। (অলকাক) তুমি মালবিকাক লগত লৈ অন্তঃপুৰৰ তিৰোতাসকলক ভূগৰ্ভ দুৱাৰেদি নিৰাপদ ঠাইলৈ লৈ যোৱা। অলকা! মালৱৰ ধ্বংসৰ ফলতহে আৰ্য্য-সকলৰ যশৰ মন্দিৰ ওখ হৈ থিয় হব পাৰিব। যোৱা। (অলকাৰ প্ৰস্থান, একালৰ পৰা যৱন সৈনিকৰ প্ৰৱেশ, আনফালৰ পৰা চন্দ্ৰগুপ্তৰ প্ৰৱেশ আৰু যুদ্ধ। এজন যৱন সৈনিক লৰি আহে।)

যৱন। সেনাপতি চেলিউকচ! ক্ষুদ্ৰকৰ সৈন্যও পাছ ফালে আহি গৈছে বাহিৰৰ সৈনিকক তেওঁলোকে পাকত পেলাই ৰাখিছে।

চন্দ্ৰগুপ্ত। যৱন সেনাপতি, শান্তি বিচাৰানে যুদ্ধ? মোৰ ওপৰত কৃতজ্ঞতাৰ বোজা আছে। তোমাৰ জীৱন।

চেলিউকচ। (কিবা ভাবিবলৈ ধৰে) আমি দুয়োটাৰ কাৰণেই প্ৰস্তুত কিন্তু·········।

চন্দ্ৰগুপ্ত। শান্তি! বাট এৰি দিয়া। যোৱা সেনাপতি! চিকণ্ডৰৰ জীৱন যদি বাচি যায়, তেতিয়া হলে আকৌ আক্ৰমণ কৰিবা।

(যৱন সৈন্যৰ প্ৰস্থান। আৰু চন্দ্ৰগুপ্তৰ জয়ধ্বনি)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

### স্থান—বিপাশাৰ পাৰৰ শিবিৰ।

(ৰাক্ষসে অশান্ত ভাবে ঘূৰি ফুৰে।)

ৰাক্ষস। চাণক্যই এদিন কৈছিল যে আক্ৰমণকাৰী যৱনে ব্ৰাহ্মণ বৌদ্ধৰ ভিতৰত কোনো ভেদাভেদ নাৰাখিব। এতিয়া সেই কথাই সঁচা হল। মালৱ আৰু ক্ষুদ্ৰক যদি পৰাজিত হৈ গলহেঁতেন, যৱন সৈন্য শতদ্ৰু পাৰ হৈ আহিলহেঁতেন তেতিয়া হলে নিশ্চয় মগধ নাশ হলহেঁতেন। কিন্তু মূৰ্খ মগধৰাজে সন্দেহ কৰিছে আৰু সেই কাৰণে বাৰে বাৰে মোক উলটি যাবলৈ আদেশ পঠাইছে। কিন্তু ·····(এজন গুপ্তচৰে প্ৰৱেশ কৰি অভিবাদন জনায়)

ৰাক্ষস। কি হল? কিবা বাতৰি আনিছা নেকি?

গুপ্তচৰ। বৰ বিপদজনক বাতৰি অমাত্য।

ৰাক্ষস। কি হৈছে কোৱাচোন?

গুপ্তচৰ। সুবাসিনীৰ ওপৰত আপোনাৰ লগত যোগ দি কুচক্ৰ ৰচনা কৰাৰ অভিযোগ আৰোপ কৰা হৈছে। সেই কাৰণে তেওঁ কাৰাগাৰত আছে।

ৰাক্ষস। (খঙত) আৰু কিবা?

গুপ্তচৰ। আছে অমাত্য, দুৰ্গৰ প্ৰান্ত ভাগ অধিকাৰ কৰি বিদ্ৰোহ কৰাৰ অপৰাধত আপোনাক বন্দী কৰি লৈ অনা মানুহৰ কাৰণে পুৰস্কাৰৰ ঘোষণা কৰা হৈছে।

ৰাক্ষস। ইমান দূৰ! তুমি সঁচা কৈছানে নাই?

গুপ্তচৰ। মইতো ইয়াকো কবলৈ প্ৰস্তুত আছোঁ যে আপুনি সোনকালে আত্মৰক্ষাৰ ব্যৱস্থা কৰক।

ৰাক্ষস। ভুল হৈছিল, মোৰ ভুল হৈছিল। মূৰ্খ ৰাক্ষস! তই মগধক ৰক্ষা

কৰিবলৈ গৈছিলি! মগধ যাওক—প্ৰজাৰ হত্যা আৰু নগৰত ডকাইতি হৈ যাওক। নন্দ, ক্ৰূৰতা আৰু মূৰ্খতাৰ প্ৰতিমূৰ্ত্তি নন্দ! এটা পশু। তেওঁৰ কাৰণে কিয় চিন্তা কৰিছিলোঁ! সুবাসিনী!—মই সুবাসিনীৰ কাৰণে মগধক ৰক্ষা কৰিব খুজিছিলোঁ। কুটিল বিশ্বাসঘাতিনী ৰাজসেৱা। তোক ধিক্কাৰ!

( সৈনিকৰ সৈতে এজন নায়কৰ প্ৰবেশ )

নায়ক। অমাত্য ৰাক্ষস! মগধ সম্ৰাটৰ আদেশত আপুনি অস্ত্ৰ ত্যাগ কৰক। কাৰণ আপুনি বন্দী।

ৰাক্ষস। ( তৰোৱাল উলিয়াই ) তই কোন অ' মূৰ্খ? ইমান সাহ।

নায়ক। ইয়াৰ উত্তৰ বন্দীশালে দিব। বল প্ৰয়োগ কৰিবৰ কাৰণেও মই বাধ্য। ( সৈনিকক ) বান্ধ! বান্ধি পেলোৱা।

( আনফালৰ পৰা আঠজন সৈনিকে আহি আগৰ সেই সৈনিকক বন্দী কৰি পেলায়। ৰাক্ষসে আচৰিত হৈ চাই থাকে। )

নায়ক। তোমালোক কোন হে?

নবাগত সৈনিক। ৰাক্ষসৰ দেহৰক্ষক।

ৰাক্ষস। মোৰ?

নবাগত। হয় অমাত্য! আৰ্য্য চাণক্যই আদেশ দিছে যে যেতিয়ালৈকে দেশত যৱনৰ উপদ্ৰৱ থাকিব তেতিয়ালৈকে সকলোকে সুৰক্ষিত কৰি ৰাখিব লাগিব। লাগিলে তেওঁ ৰাক্ষসেই হওঁক বা যিয়েই নহওঁক।

ৰাক্ষস। ইয়াৰ বাবে চাণক্যৰ ওচৰত কৃতজ্ঞ হৈছোঁ।

নবাগত। কিন্তু অমাত্য! কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ আপুনি তেওঁৰ ওচৰলৈ যাব লাগিব।

( সৈনিকক ইঙ্গিত দিয়ে, বন্দীসকলক লৈ তেওঁ গুচি যায়। )

ৰাক্ষস। মই কলৈ যাব লাগিব? ৰাজকুমাৰীৰ লগত এবাৰ দেখা কৰি লম।

নবাগত। তাতে সকলোৰে সৈতে দেখা হব। এইখন চিঠি। ( ৰাক্ষসে চিঠিখন লৈ পঢ়ে। )

ৰাক্ষস। সিংহৰণৰ লগত অলকাৰ বিয়া হব। তালৈ মোকো নিমন্ত্ৰণ



কৰিছে।. চাণক্য অসাধাৰণ বুদ্ধি-সম্পন্ন ব্ৰাহ্মণ, তেওঁৰ প্ৰখৰ প্ৰতিভাই কুটিল ৰাজনীতিৰ লগত যেন দিনে-ৰাতিয়ে যুঁজ কৰি আছে।

নবাগত। বাৰু, আপুনি আৰু কিবা শুনিছে নেকি?

ৰাক্ষস। কি?

নবাগত। যৱনে মালৱৰ লগত সন্ধি কৰাৰ প্ৰস্তাৱ পঠিয়াইছে। যি অলকাই দুৰ্গৰ ভিতৰত চিকণ্ডৰক প্ৰতিৰোধ কৰিছিল, চিকণ্ডৰে সেই বীৰাঙ্গনা অলকাক চাবলৈ বৰ ইচ্ছা কৰিছে।

ৰাক্ষস। আচৰিত!

গুপ্তচৰ। এৰা, অমাত্য! আচল কথাটো মোৰ কোৱাই হোৱা নাই। ইৰাৱতীৰ পাৰৰ আহল-বহল শিবিৰত ৰঙ্গভূমি পতা হৈছে। তাতেই অলকাৰ বিয়া হব। যেতিয়াই চিকণ্ডৰে অলকা তক্ষশিলাৰ ৰজা আম্ভীকৰ ভনীয়েক বুলি গম পালে তেতিয়াৰ পৰাই তেওঁৰ এটা ভাল সুযোগ মিলিল। তেওঁ সেই শুভ সুযোগত মালৱ আৰু যৱনৰ এক সম্মিলিত উৎসৱ পতাৰ ঘোষণা কৰি দিলে। আম্ভীকৰ ফালৰ পৰা নিমন্ত্ৰিত হৈ তেওঁ স্বয়ং সদল-বলে এই বিয়াৰ কাম সুচাৰুৰূপে সম্পাদন কৰাবৰ কাৰণে আহিব।

ৰাক্ষস। চাণক্য! তই ধন্য। তোৰ ওপৰত মোৰ ঈৰ্ষা হয়। বলা।

( সকলো যায় )

## দ্বিতীয় দৃশ্য

### স্থান—ইৰাৱতীৰ পাৰত উৎসৱ শিবিৰৰ এটা পথ।

( পৰ্ব্বতেশ্বৰ অকলে ঘূৰি ফুৰে )

পৰ্ব্বতেশ্বৰ। আহঃ! কি অপমান! যি পৰ্ব্বতেশ্বৰে উত্তৰাপথত অসংখ্য প্ৰবল প্ৰতাপী শত্ৰু থকা সত্বেও বিৰোধী পক্ষক গুৰিয়াই গৰ্ব্বত মূৰ তুলি আছিল, যি দুৰ্দ্দান্ত চিকণ্ডৰৰ আগত মৰণক তুচ্ছ বুলি ভাবি বুকু ফিন্দাই ভাগ্যৰ লগত ধেমালি কৰিছিল, তেওঁক আজি এই তিৰস্কাৰ!

সিও এজনী তিৰোতাৰ দ্বাৰা, আৰু ইয়ো চিকণ্ডৰৰ সঙ্কেতত। প্ৰতিশোধ ! ৰক্ত-পিশাচী প্ৰতিহিংসাই নিজেই নিজৰ তেজ চুহিব খুজিছে। মৰিম নে মাৰিম ? মৰাতো অসম্ভৱ। সিংহৰণ আৰু অলকা, দৰা-কইনাৰ সাজত আছে, মালৱৰ নিৰ্ব্বাসিত শ্ৰেষ্ঠ বীৰসকলে তেওঁলোকক বেৰি আছে। চিকণ্ডৰো আজি তেওঁলোকৰ প্ৰশংসা আৰু সমাদৰত ব্যস্ত হৈ আছে। এই সময়ত সিংহৰণৰ গাত হাত লগোৱা—তেতিয়াহলে জীয়াই থাকি কি কৰিম ? ( কটাৰী উলিয়াই আত্মহত্যা কৰিব খোজে, চাণক্যই আহি হাতত ধৰে )

পৰ্ব্বতেশ্বৰ। কোন ?

চাণক্য। ব্ৰাহ্মণ চাণক্য।

পৰ্ব্বতেশ্বৰ। মোৰ এই অন্তিম সময়তো কিবা দান বিচাৰিছা নেকি ?

চাণক্য। বিচাৰিছোঁ।

পৰ্ব্বতেশ্বৰ। মই মোৰ ৰাজ্য দিছোঁ, এতিয়া আঁতৰা।

চাণক্য। তুমিতো মোক ৰাজ্য দি দিলা—কিন্তু তোমাৰ পৰা মই এইটো বিচৰা নাছিলোঁ পৌৰৱ!

পৰ্ব্বতেশ্বৰ। তেতিয়াহলে আৰু কি বিচাৰিছা ?

চাণক্য। এটা প্ৰশ্নৰ উত্তৰ।

পৰ্ব্বতেশ্বৰ। তুমি আজি মোক আগৰ কথা সোঁৱৰাই দিবলৈ আহিছা ? তেতিয়াহলে ভালেই হৈছে। ব্ৰাহ্মণ, তোমাৰ কথা সত্য হল। যৱনে আৰ্য্যাবৰ্ত্তক পদদলিত কৰি পেলালে। মই অহঙ্কাৰত অন্ধ হৈ গৈছিলোঁ। সেই কাৰণে তোমাৰ কথা শুনা নাছিলোঁ। এতিয়া তাৰে প্ৰায়শ্চিত্ত কৰিবলৈ ওলাইছোঁ। এৰি দিয়া।

চাণক্য। পৌৰৱ! শান্ত হোৱা, মই আন এটা কথা সুধিব খুজিছোঁ। বৃষল চন্দ্ৰগুপ্ত ক্ষত্ৰিয় হয়নে নহয় অথবা তেওঁক মুৰ্দ্ধাভিষিক্ত কৰাত ব্ৰাহ্মণৰ ভুল হল নেকি ?

পৰ্ব্বতেশ্বৰ। আহঃ! ব্ৰাহ্মণ! ব্যঙ্গ নকৰিবা। এই বিৰাট আয়োজনেই চন্দ্ৰগুপ্ত ক্ষত্ৰিয় হোৱাৰ প্ৰমাণ—। আৰ্য্য চাণক্য! ক্ষমতা থকা সত্বেও যি কাম মই কৰিব নোৱাৰিলোঁ সেই কাম নিঃসহায় চন্দ্ৰগুপ্তই কৰিব পাৰিলে। আৰ্য্যাবৰ্ত্তৰ পৰা যৱনক উলিয়াই দিয়াৰ সঙ্কেতেই তেওঁৰ প্ৰচুৰ বলৰ পৰিচায়ক। মই অন্তৰৰ পৰা কৈছোঁ যে চন্দ্ৰগুপ্ত



আৰ্য্যাবৰ্ত্তৰ একছত্ৰ সম্ৰাট হোৱাৰ উপযুক্ত। এতিয়া মোক এৰি দিয়া··· ।

চাণক্য। পৌৰৱ! ব্ৰাহ্মণে ৰাজত্ব কৰিব নাজানে আৰু কৰিবও নোখোজে। অৱশ্যে নিয়ন্ত্ৰণ কৰিব জানে আৰু ৰজা পাতিব জানে। এই কাৰণে তুমি এতিয়া ৰাজত্ব কৰিব লাগিব আৰু লগতে এইটো কামো কৰিব লাগিব—যাৰ দ্বাৰা ভাৰতীয় সকলৰ গৌৰৱ বৃদ্ধি হব আৰু ক্ষত্ৰিয় ধৰ্ম্ম পালন হব।

পৰ্ব্বতেশ্বৰ। ( কটাৰী দলিয়াই দি ) সেইটো কি কাম ?

চাণক্য। যি যৱনে তোমাক লাঞ্ছিত আৰু অপমানিত কৰিলে তেওঁৰ প্ৰতিশোধ।

পৰ্ব্বতেশ্বৰ। ই অসম্ভৱ।

চাণক্য। ( হাঁহি ) মানুহে নিজৰ দুৰ্ব্বলতাক ভালকৈয়ে চিনে। কিন্তু তেওঁৰ নিজৰ শক্তিৰ সম্বন্ধেও জনা উচিত। কোনো কাম কৰাৰ আগতে অসম্ভৱ বুলি ভাবি কৰ্ম্মক্ষেত্ৰত পিছুৱাই নিজক দুৰ্ব্বল নকৰিবা পৌৰৱ। তুমি কি—নিজেই ভাবি চোৱাচোন। চিকণ্ডৰে যি শাসক নিযুক্ত কৰিছিল, যি সন্ধিক তেওঁ প্ৰগতিশীল কৰি ৰাখিব খুজিছিল, সেই সকলো কি ? নিজৰ লুটপাট আৰু অন্যায়-অত্যাচাৰক তেওঁ সাম্ৰাজ্যৰ ৰূপত চাব খুজিছিল। চাণক্য জীয়াই থাকোঁতে এনেকুৱা হবলৈ দিব নোৱাৰে। তুমি ৰাজ্য কৰা।

পৰ্ব্বতেশ্বৰ। কিন্তু আৰ্য্য, মই যে ৰাজ্য দান কৰি দিলোঁ।

চাণক্য। পৌৰৱ! তামসিক ত্যাগতকৈ সাত্বিক গ্ৰহণ উত্তম। সেই দানত কোনো সত্যতা নাছিল। তুমি তাক গ্ৰহণ কৰা।

পৰ্ব্বতেশ্বৰ। তেতিয়াহলে মোৰ প্ৰতি আপোনাৰ কি আদেশ ?

চাণক্য। পাছত কম! এতিয়া কেৱল মই ইয়াকে কব খুজিছোঁ যে তুমি সিংহৰণক ভাই আৰু অলকাক ভনী বুলি ভাবা।

( হঠাৎ বৃদ্ধ গান্ধাৰ-ৰাজৰ প্ৰবেশ )

বৃদ্ধ। অলকা ক'ত ? অলকা ?

পৰ্ব্বতেশ্বৰ। তুমি কোন বৃদ্ধ ?

চাণক্য। মই এখেতক চিনি পাওঁ, এখেত বৃদ্ধ গান্ধাৰ-ৰাজ।

পৰ্ব্বতেশ্বৰ। আৰ্য্য, মই পৰ্ব্বতেশ্বৰ, আপোনাক সেৱা জনাইছোঁ।

বৃদ্ধ। মই শ্ৰদ্ধাৰ যোগ্য নহওঁ পৌৰৱ। মোৰ সন্তানৰ পৰা দেশৰ বৰ অনিষ্ট হল। আম্ভীকে লাজ আৰু অনুশোচনাৰ যৱনিকাৰ ভিতৰত মোক ঢাকি দিলে। এই দেশ-দ্ৰোহীৰ প্ৰাণ কেৱল অলকাক চাবৰ কাৰণেই এতিয়াও জীয়াই আছে। তাইৰ ওপৰতে মোৰ অলপ আশা আছিল। যাক আত্মসাৎ কৰিবলৈ লোভো অসমৰ্থ আছিল, মই সেই অলকাক চাব খুজিছোঁ আৰু লগতে প্ৰাণ বিসৰ্জ্জন দিব খুজিছোঁ। (ফোপাবলৈ ধৰে)

চাণক্য। ক্ষত্ৰিয়! তোমাৰ পাপ আৰু পুণ্য দুয়ো জীৱিত আছে। স্বস্তিমতী অলকা আজি সৌভাগ্যৱতী হব খুজিছে, বলা, কন্যা সম্প্ৰদান কৰি সুখী হোৱা।

(চাণক্যই বৃদ্ধ গান্ধাৰ-ৰাজক লৈ যায়)

পৰ্ব্বতেশ্বৰ। যাম? কলৈ যাম? চাণক্যৰ পিচে পিচে? (যায়)

(কাৰ্ণেলিয়া আৰু চন্দ্ৰগুপ্তৰ প্ৰবেশ)

চন্দ্ৰগুপ্ত। কুমাৰী! মই আজি বৰ সুখী হৈছোঁ।

কাৰ্ণেলিয়া। কিহৰ কাৰণে?

চন্দ্ৰগুপ্ত। এই কাৰণেই যে মই অতীতৰ কথা পাহৰি যোৱা নাছিলোঁ।

কাৰ্ণেলিয়া। স্মৃতি জানো ভাল বস্তু?

চন্দ্ৰগুপ্ত। স্মৃতি জীৱনৰ পুৰস্কাৰ সুন্দৰী!

কাৰ্ণেলিয়া। কিন্তু মই যে সুদূৰৰ প্ৰবাসিনী চন্দ্ৰগুপ্ত! এনেকুৱা অৱস্থাত স্মৃতিও শাস্তি ৰূপতহে পৰিণত হয়। অতীতৰ কাৰাগাৰত বন্দিনী স্মৃতিয়ে নিজৰ করুণ নিশ্বাসৰ সূচীক ভেদ কৰি অন্ধকাৰত শুই পৰে।

চন্দ্ৰগুপ্ত। যদি এনেকুৱা হয় তেতিয়াহলে পাহৰি যোৱা কল্যাণী। এই কেন্দ্ৰচ্যুত জ্বলন্ত উল্কাপিণ্ডৰ কোনো কক্ষ নাই। নিৰ্ব্বাসিত, অপমানিত প্ৰাণৰ চিন্তা কি?

কাৰ্ণেলিয়া। নহয় চন্দ্ৰগুপ্ত, এই দেশৰ প্ৰতি মোৰ জন্মভূমিৰ দৰে স্নেহ উপজিছে। ইয়াৰ সুন্দৰ শ্যামল কুঞ্জ, ডাঠ হাবি, নৈৰূপী মালা পিন্ধা পৰ্ব্বতৰাশি, শস্য-শ্যামলা বৰ্ষা, গ্ৰীষ্মকালৰ জোনালী ৰাতি, শীতকালৰ ৰদালি, সৰল খেতিয়ক তথা সৰল কৃষক বালিকা—এই সকলোবোৰেই



সৰু কালত শুনা সাধুকথাৰ জীৱন্ত প্ৰতিমা এই সপোনৰ দেশ, এই ত্যাগ আৰু জ্ঞানৰ আকৰ, এই প্ৰেমৰ ৰঙ্গভূমি—ভাৰতক পাহৰি যোৱা জানো সম্ভৱ? কেতিয়াও নহয়—। আন দেশ মানুহৰহে জন্মভূমি কিন্তু —এই ভাৰত মানৱতাৰ জন্মভূমি!

চন্দ্ৰগুপ্ত। কল্যাণী! তোমাৰ মুখত এই কথা শুনি মই বৰ আচৰিত হৈছোঁ।

কাৰ্ণেলিয়া। আৰু মই মৰ্ম্মাহত হৈ পৰিছোঁ চন্দ্ৰগুপ্ত। মোৰ সম্পূৰ্ণ বিশ্বাস আছিল যে পিতাদেউ ইয়াৰ শাসক নিযুক্ত হব আৰু মই আলেকজেন্দ্ৰিয়াৰ ওচৰত থাকি ভাৰতক চাব পাৰিম। কিন্তু এনেকুৱা নহল, সম্ৰাটে ফিলিপচ্‌কহে ইয়াৰ শাসক নিযুক্ত কৰিলে।

(অকস্মাৎ ফিলিপচ্‌ৰ প্ৰবেশ)

ফিলিপচ্। তেতিয়া হ'লেনো ক্ষতি কি কুমাৰী? চেলিউকচ শাসক নহলেও কাৰ্ণেলিয়া ইয়াৰ শাসক হব পাৰে। ফিলিপচ্ অনুচৰ হব। (চাই) আকৌ সেই ভাৰতীয় যুৱক!

চন্দ্ৰগুপ্ত। সাৱধান যৱন! আমি এবাৰ এজনে আন জনৰ পৰীক্ষা লৈ থৈছো।

ফিলিপচ্। ওঁহ! তোমাৰ লগত মোৰ সম্বন্ধইবা কি? কিন্তু……

কাৰ্ণেলিয়া। আৰু মোৰ লগতো নহয় ফিলিপচ্। তুমি মোৰ লগত যাতে কথা নোকোৱা মই তাকে বিচাৰোঁ।

ফিলিপচ্। ভাল কথা। কিন্তু চন্দ্ৰগুপ্তয়ো তোমাৰ লগত কথা পতা মই সহ্য কৰিব নোৱাৰো। তোমাৰ প্ৰেমৰ ……..।

কাৰ্ণেলিয়া। মনে মনে থাকা ফিলিপচ্! মই সঁচাকৈয়ে কৈছোঁ, তুমি মনে মনে থাকা।

ফিলিপচ্। (চন্দ্ৰগুপ্তক) মই তোমাৰ লগত দ্বন্দ্ব যুদ্ধ কৰিব খুজিছো।

চন্দ্ৰগুপ্ত। যেতিয়া ইচ্ছা হয়, মই সাজু আছোঁ। আৰু এইটো ভাল কথাই হব যে সন্ধি ভঙ্গ কৰিবৰ কাৰণে প্ৰথমতে তুমিয়েই আগবাঢ়ি আহিবা।

ফিলিপচ্। সন্ধি ৰাষ্ট্ৰৰ সমস্যা। কিন্তু এইটো মোৰ ব্যক্তিগত সমস্যা। বাৰু, আকৌ কেতিয়াবা মই তোমাক আহ্বান কৰিম।

চন্দ্ৰগুপ্ত। মাজৰাতি, শেষ প্ৰহৰ, যেতিয়াই তোমাৰ ইচ্ছা হয়।

(ফিলিপচ্‌ৰ প্ৰস্থান)

কাৰ্ণেলিয়া। চিকন্দৰে ভাৰতৰ লগত যুদ্ধ কৰিছে আৰু মই ভাৰতক অধ্যয়ন

করিছোঁ। মই দেখিছোঁ যে ইয়াত কেৱল গ্ৰীক আৰু ভাৰতীয়ৰ অস্ত্ৰ-শস্ত্ৰই নহয় বৰং দুয়োৰো মেধা শক্তিয়ে যুদ্ধ কৰিছে। অৱশ্যে আৰু চাণক্যই ইন্ধন যোগাইছে। চিকণ্ডৰ, চন্দ্ৰগুপ্ত ইয়াৰ অস্ত্ৰ হৈছে।

চন্দ্ৰগুপ্ত। মই এজন নিৰ্ব্বাসিত—মই কি কম।

কাৰ্ণেলিয়া। মানুহে লাগিলে যিয়েই নকওক, কিন্তু মই ভালকৈ জানোঁ যে এতিয়ালৈকে চাণক্যৰ বিজয় হৈছে। এই বিষয়ে পিতাদেউ আৰু মোৰ ভিতৰত যথেষ্ট মতান্তৰ আছে। অৰস্তুৰ শিষ্যৰ ভিতৰত তেওঁ এজন।

চন্দ্ৰগুপ্ত। ভবিষ্যতৰ গৰ্ভত এতিয়াও বহুত ৰহস্য লুকাই আছে।

কাৰ্ণেলিয়া। বাৰু, তেতিয়াহলে মই এতিয়া যাওঁ আৰু আকৌ এবাৰ নিজৰ কৃতজ্ঞতা জনাই—। কিন্তু মোৰ বিশ্বাস যে মই পুনৰ ইয়ালৈ উলটি আহিম।

চন্দ্ৰগুপ্ত। সেই সময়তো মোক পাহৰিবলৈ চেষ্টা কৰিবা নেকি?

কাৰ্ণেলিয়া। নহয়। চন্দ্ৰগুপ্ত! বিদায়—যৱনৰ জাহাজ আজিয়েই যাব।

(দুয়ো এজনে আনজনৰ ফালে চাই যায়। ৰাক্ষস আৰু কল্যাণীৰ প্ৰবেশ।)

কল্যাণী। এনেকুৱা বিৰাট দৃশ্যতো মই কেতিয়াও দেখা নাছিলো অমাত্য! কিহৰ কাৰণে আৰু মগধৰ অহঙ্কাৰ?

ৰাক্ষস। অহঙ্কাৰ আছে ৰাজকুমাৰী। আৰু মগধৰ এই অহঙ্কাৰ উপযুক্ত হৈছে, কাৰণ যি ইমান ডাঙৰ ওলট্-পালট কৰিলে সেই চাণক্য আৰু চন্দ্ৰগুপ্ত মগধৰে প্ৰজা।

(চাণক্যৰ প্ৰবেশ)

চাণক্য। তেতিয়া হলে তুমি এই কথা স্বীকাৰ কৰিছা অমাত্য ৰাক্ষস?

ৰাক্ষস। শত্ৰুৰ উচিত প্ৰশংসা কৰা মানুহৰ ধৰ্ম্ম। তুমি অদ্ভুত কাম কৰিলা, ইয়াত কিবা সন্দেহ আছে নেকি?

চাণক্য। বাৰু এতিয়া তুমি যাব পাৰা, মগধে তোমাক অভিনন্দন কৰিব।

ৰাক্ষস। ৰাজকুমাৰীতো কাইলৈ গুচি যাব। কিন্তু মই এতিয়াও একো ঠিক কৰা নাই।

চাণক্য। মোৰ কাম হৈ গল, এতিয়া ৰাজকুমাৰী যাব পাৰে। কিন্তু এটা কথা কব পাৰিবোঁনে?



ৰাক্ষস। কি?

চাণক্য। ইয়াৰ কোনো কথা নন্দৰ আগত নকওঁ বুলি প্ৰতিজ্ঞা কৰিব লাগিব।

কল্যাণী। মই প্ৰতিজ্ঞা কৰিছোঁ।

চাণক্য। ৰাক্ষস, মই তোমাক সুবাসিনীৰ লগত দেখা কৰাই দিলোহেঁতেন, কিন্তু তেওঁ মোৰ ওপৰত বিশ্বাস কৰিব নোৱাৰে।

ৰাক্ষস। তেওঁ ইয়াতে আছে নেকি?

চাণক্য। কৰবাত হব। তোমাৰ চিন্ দেখিলে আহি যাব পাৰে।

ৰাক্ষস। এইয়া লোৱা মোৰ আঙ্গুলিৰ মুদ্ৰা। চাণক্য! সুবাসিনীক কাৰাগাৰৰ পৰা মুক্ত কৰাই মোৰ লগত দেখা কৰিবলৈ দিয়া।

চাণক্য। (মুদ্ৰা লৈ) মই চেষ্টা কৰিম।

(প্ৰস্থান)

ৰাক্ষস। তেতিয়াহলে ৰাজকুমাৰী! বিদায়।

কল্যাণী। তুমি নিশ্চয় নিজৰ কৰ্ত্তব্যৰ সম্বন্ধে ভালকৈ বিবেচনা কৰি লৈছা। মই আহিছোঁ আৰু তোমাক এই আশ্বাস দিছোঁ যে মোৰ পৰা তোমাৰ কোনো অনিষ্ট নহয়।

(দুয়োৰো প্ৰস্থান)

## তৃতীয় দৃশ্য

স্থান :—ইৰাৱতীৰ পাৰত—চিকণ্ডৰৰ প্ৰস্তুত নাও।

(চাণক্য আৰু পৰ্ব্বতেশ্বৰ)

চাণক্য। পৌৰৱ চোৱা, সেই নৃশংসতাৰ বানপানী আজি আঁতৰি যাব। চাণক্যই যি কৰিলে সি ভাল আছিল নে বেয়া আছিল এতিয়া বুজা যাব।

পৰ্ব্বতেশ্বৰ। ইযে আপোনাৰ প্ৰশংসনীয় কাৰ্য্য সেইটো মই মানিছোঁ।

চাণক্য। আৰু চন্দ্ৰগুপ্তৰ বাহুবল পৌৰৱ! আজি পুনৰ সেই কথাকে মই দোহাৰি কব খুজিছোঁ। অত্যাচাৰী নন্দৰ হাতৰ পৰা মগধক উদ্ধাৰ

করিবৰ কাৰণে চাণক্যই প্ৰথমতে তোমাৰ পৰাই সহায় ভিক্ষা কৰিছিল আৰু এতিয়াও তোমাৰ পৰাই লব। এতিয়া তোমাৰ বিশ্বাস হব, নহয়?

পৰ্ব্বতেশ্বৰ। মই প্ৰস্তুত আছোঁ আৰ্য্য।

চাণক্য। মই নিশ্চিন্ত হ'লো। বাৰু যৱনক আজি বিদায় দিব লাগিব।

( এফালৰ পৰা চিকণ্ডৰ, চেলিউকচ, কাৰ্ণেলিয়া, ফিলিপচ্ ইত্যাদিৰ প্ৰবেশ আৰু আনফালৰ পৰা চন্দ্ৰগুপ্ত, সিংহৰণ, অলকা, মালবিকা আৰু আম্ভীক ইত্যাদিৰ যৱন আৰু ভাৰতীয় ৰণ-বাদ্যৰ সৈতে প্ৰবেশ। )

চিকণ্ডৰ। সেনাপতি চন্দ্ৰগুপ্ত! অভিনন্দন।

চন্দ্ৰগুপ্ত। কিহৰ কাৰণে সম্ৰাট!

চিকণ্ডৰ। যেতিয়া তুমি ভাৰতৰ সম্ৰাট হবা তেতিয়া মই উপস্থিত থাকিব নোৱাৰিম। সেই কাৰণে এতিয়াই অভিনন্দন জনাই থৈছোঁ। সেই নগ্ন ব্ৰাহ্মণ দাণ্ড্যায়নৰ কথা মোৰ সম্পূৰ্ণ বিশ্বাস হৈ গৈছে।

চন্দ্ৰগুপ্ত। আপুনি বীৰ।

চিকণ্ডৰ। আৰ্য্য বীৰ! মই ভাৰতত হৰক্যুলিচ্, এচিলিচ্‌ৰ আত্মাক দেখিছোঁ আৰু ডিমাস্থানীজকো। সম্ভৱতঃ প্লেটো আৰু অৰস্তুও হব। মই ভাৰতক অভিনন্দন জনাইছোঁ।

চেলিউকচ। সম্ৰাট, এৱেঁই আৰ্য্য চাণক্য।

চিকণ্ডৰ। আপুনি ধন্য, মই তৰোৱাল লৈ ভাৰতলৈ আহিছিলোঁ আৰু আজি হৃদয় যি যাবলৈ ওলাইছোঁ। মই বিস্ময় বিমুগ্ধ হৈছোঁ। যাৰ লগত তৰোৱালৰ প্ৰতিযোগিতা হৈছিল, যুদ্ধত যাৰ তৰোৱালৰ লগত মোৰ তৰোৱালৰ মিলন হৈছিল তেওঁৰ লগত আজি মিত্ৰতাৰ সৈতে হাত মিলাই যাব খুজিছোঁ।

চাণক্য। আমি প্ৰস্তুত চিকণ্ডৰ। তুমি বীৰ পুৰুষ, ভাৰতীয়ই সদাই গুণীৰ গুণৰ পূজা কৰে। তোমাৰ জলযাত্ৰা মঙ্গলময় হওক। আমি যুদ্ধ কৰাহে জানো, দ্বেষ নহয়।

( চিকণ্ডৰে হাঁহিমুখেৰে অনুচৰসকলৰ সৈতে নাওৰ ওপৰত আৰোহণ কৰে, নাও এৰি দিয়ে। )

## চতুৰ্থ দৃশ্য

### বাটত গুপ্তচৰ আৰু ৰাক্ষস।

গুপ্তচৰ। ছল! প্ৰৱঞ্চনা! বিশ্বাস-ঘাতকতা !!!

ৰাক্ষস। কি হৈছে অলপ শুনোঁচোন।

গুপ্তচৰ। মগধৰ পৰা আজি মোৰ বন্ধু কুৰঙ্গ আহিছে। তেওঁৰ পৰা এইটো বুজিব পাৰিছোঁ যে আপোনাৰ ওপৰত মহাৰাজ নন্দৰ কোনো থঙ্গ নাই। বৰং তেওঁ আপুনি সোনকালে মগধলৈ ঘূৰি যোৱাৰ কাৰণেহে উৎসুক হৈ আছে।

ৰাক্ষস। আৰু সুবাসিনী?

গুপ্তচৰ। সুবাসিনী সুখী আৰু স্বাধীনভাবে আছে। যেতিয়া মই আপোনাক তাৰ বাতৰি কৈছিলোঁ তেতিয়া চাণক্যৰ গুপ্তচৰৰ পৰা সেই মিছা বাতৰি শুনিছিলোঁ।

ৰাক্ষস। তেতিয়া হলে মোক কুচক্ৰান্তত পেলোৱা হৈছিল নেকি? (ভাবি) এইটোও চাণক্যৰ কুট বুদ্ধি। উস্! মই বুজি পাইছোঁ এতিয়াই মই পলাই যোৱা উচিত। মোৰ মুদ্ৰা দেখুৱাই যাতে সুবাসিনীৰ ওপৰত কোনো অত্যাচাৰ কৰা নহয় সেইকাৰণেই মই সোনকালে মগধ পাবগৈ লাগে।

গুপ্তচৰ। আপুনি মুদ্ৰাও দি দিলে নেকি?

ৰাক্ষস। এৰা, মোৰ মূৰ্খামি! চাণক্যই মগধত বিদ্ৰোহ কৰিব খুজিছে।

গুপ্তচৰ। এতিয়া আমি মগধৰ সৈন্যদলৰ ভিতৰত সোমাব লাগিব। চাণক্যৰ হাতৰ পৰা ৰক্ষা পাবৰ কাৰণে তেওঁলোকৰ আশ্ৰয়েই শ্ৰেয় হব। মোৰ ওচৰত দুটা শক্তিশালী ঘোঁৰা আছে। সোনকাল কৰক।

ৰাক্ষস। তেতিয়াহলে বলা, চাণক্যৰ হাতৰ কাঠৰ পুতলা হৈ মই মগধৰ সৰ্ব্বনাশ কৰাব নোৱাৰো।

( দুয়োৰো প্ৰস্থান—অলকা আৰু সিংহৰণৰ প্ৰবেশ। )

সিংহৰণ। দেৱি! কিন্তু ইয়াৰ উপায় কি হব?

অলকা। উপায় যিয়েই হওক বন্ধুৰ কামত তুমি সহায় কৰিবই লাগিব। চন্দ্রগুপ্তই আজি কৈছিল যে "মগধলৈ যাম। চাম, পৰ্ব্বতেশ্বৰে কি কৰে।"

সিংহৰণ। চন্দ্রগুপ্তৰ কাৰণে মই এই প্ৰাণ অৰ্পণ কৰিছোঁ অলকা! মালৱ কেতিয়াও অকৃতজ্ঞ নহয়। অলকা! সৌৱা চোৱা, চন্দ্রগুপ্ত আৰু চাণক্য আহি আছে।

অলকা। আৰু সিফালৰ পৰা পৰ্ব্বতেশ্বৰো।

( চন্দ্রগুপ্ত, চাণক্য আৰু পৰ্ব্বতেশ্বৰৰ প্ৰবেশ। )

সিংহৰণ। বন্ধু, আৰু অলপ দিন ইয়াত থাকি যোৱা হলে ভাল হলহেঁতেন। অৱশ্যে গুৰুদেৱৰ যি আজ্ঞা।

চাণক্য। পৰ্ব্বতেশ্বৰ, তুমি মোৰ ওচৰত প্ৰতিজ্ঞা কৰিছিলা।

পৰ্ব্বতেশ্বৰ। মই প্ৰস্তুত আছোঁ আৰ্য্য।

চাণক্য। বাৰু তেতিয়াহলে তুমি মোৰ লগত যাব লাগিব। সিংহৰণ মালৱ গণৰাষ্ট্ৰৰ ব্যক্তি; তেওঁ নিজৰ শক্তি অনুসাৰে যত্ন কৰিব পাৰে কিন্তু বিনা সাহায্যত পৰিষদৰ অনুমতি পোৱা অসম্ভৱ। মই পৰিষদৰ ওচৰত নিজৰ ভেদ ভাঙিব নোখোজোঁ। এই কাৰণেই পৌৰৱ, এতিয়া কেৱল তুমিয়েহে সহায় কৰিব লাগিব। মালৱ নিজৰ শৰীৰ আৰু তৰোৱালৰ গৰাকী, তেওঁ মোৰ কাৰণে প্ৰস্তুত। মগধৰ অধিকাৰ প্ৰাপ্ত হোৱাৰ পাছত যি কোৱা……

পৰ্ব্বতেশ্বৰ। মই আগতে কৈ দিছোঁ আৰ্য্য চাণক্য! এই দেহ, এই ধন-সম্পত্তি, এই বৈভৱ, এই অধিকাৰত মোৰ আৰু এতিয়া কোনো স্পৃহা নাই; মোৰ সৈন্যৰ প্ৰধান সেনাপতিৰ ভাৰ সিংহৰণৰ ওপৰত আৰু মোৰ ৰাজকোষৰ ভাৰ আপোনাৰ ওপৰত।

চন্দ্রগুপ্ত। কৃতজ্ঞতা প্ৰকাশৰ দ্বাৰা আপোনালোকৰ বন্ধুত্বৰ মৰ্য্যাদাক মই লঘু কৰিব নোখোজোঁ। চন্দ্রগুপ্ত সদাই আপোনালোকৰ সেই সহচৰেই।

চাণক্য। কিন্তু তুমি এতিয়া মগধলৈ যাব নালাগে। মগধৰ পৰা এতিয়া যি বাতৰি আহিছে সি অতি ভয়ানক, সেনাপতি, তোমাৰ পিতাৰ কাৰাগাৰত আৰু………।

চন্দ্রগুপ্ত। ইয়াৰ পাছতো আপুনি মোক মগধলৈ যাবলৈ বাধা দিছে!

চাণক্য। এই প্ৰশ্ন এতিয়া নকৰিবা।



( চন্দ্রগুপ্তই তলমূৰ কৰে—এখন চিঠি লৈ মালবিকাৰ প্ৰবেশ )

মালবিকা। সেনাপতিৰ নামত এখন চিঠি আছে।

চন্দ্রগুপ্ত। ( পঢ়ি ) আৰ্য্য, মই যাবও নোৱাৰোঁ।

চাণক্য। কিয়?

চন্দ্রগুপ্ত। যুদ্ধৰ আহ্বান আছে। দ্বন্দ্ব-যুদ্ধৰ কাৰণে ফিলিপচে মোক নিমন্ত্ৰণ কৰিছে।

চাণক্য। তুমিতো ভয় খোৱা নাই।

চন্দ্রগুপ্ত। আৰ্য্য! আপনি মোক উপহাস কৰিছে?

চাণক্য। ( হাঁহি ) তেতিয়াহলে ঠিক আছে পৌৰৱ। তুমি ইয়াত থকা অনিষ্টজনক হব। উত্তৰাপথৰ দাসত্বৰ অৱশিষ্ট চিন ফিলিপ্‌চ্‌ৰ নিশ্চিত নাশ হব। ইয়াৰ কাৰণে চন্দ্রগুপ্তই যোগ্য ব্যক্তি। কিন্তু যৱনৰ লগত আকৌ তোমাৰ সংঘৰ্ষ হোৱাতো মই ইচ্ছা নকৰোঁ। ইয়াত থাকিলে তোমাৰ ওপৰতে সন্দেহ হব। সেই কাৰণে তুমি মগধলৈ যোৱা আৰু সিংহৰণ! তুমি প্ৰস্তুত হৈ থাকা, যৱনৰ বিদ্ৰোহক তুমিয়েই শান্ত কৰিব লাগিব।

( সকলোৰে প্ৰস্থান )

## পঞ্চম দৃশ্য

স্থান ঃ—মগধত নন্দৰ নাট্যশালা।

( নন্দৰ প্ৰবেশ )

নন্দ। সুবাসিনী!

সুবাসিনী। দেৱ!

নন্দ। ক'তো একমুহূৰ্ত্তও শান্তিত বহাৰ উপায় নাই। তোমাৰ ওচৰত বিশ্ৰাম লবলৈ আহিছোঁ।

সুবাসিনী। প্ৰভু! কি আদেশ? অভিনয় চাবলৈ ইচ্ছা আছে নেকি?

নন্দ। নহয় সুবাসিনী, অভিনয়তো সদায় দেখিয়েই আছোঁ। ছল, প্ৰবঞ্চনা

আৰু বিদ্ৰোহৰ অভিনয় চাই চাই চকু বিষাই গৈছে। সেনাপতি মৌৰ্য্য—যাৰ শক্তিৰ ওপৰত মই মুগ্ধ আছিলোঁ, যাৰ বিশ্বাসত মই নিশ্চিন্ত মনে শুই আছিলোঁ, সেই মৌৰ্য্যই এতিয়া বিদ্ৰোহী পুত্ৰ চন্দ্ৰগুপ্তলৈ সহায় পঠিয়াইছে। তাৰে বিচাৰ কৰিব লগীয়া আছিল—আজীৱন অন্ধকূপৰ দণ্ড দি আহিছোঁ। মোৰ অন্তৰ কঁপি আছে—ন্যায় হলনে অন্যায়! হৃদয় সন্দিগ্ধ! সুবাসিনী! কাৰ ওপৰত বিশ্বাস কৰিম?

সুবাসিনী। নিজৰ পৰিয়ালৰ ওপৰত দেৱ।

নন্দ। অমাত্য ৰাক্ষসো নাই, মইতো বিচলিত হৈ পৰিছোঁ।

সুবাসিনী। দ্ৰাক্ষাৰস আনোঁ নেকি?

নন্দ। আনা। (সুবাসিনী যায়) সুবাসিনী কিমান সৰল। প্ৰেম আৰু যৌৱনৰ স্নিগ্ধ শীতল মেঘ যেন এই লহ্‌পহীয়া লতাৰ ওপৰত ঘূৰি আছে। কিন্তু.........।

(হাতত পান-পাত্ৰ লৈ সুবাসিনীৰ প্ৰবেশ, পাত্ৰত দ্ৰাক্ষাৰস ভৰাই দিয়ে।)

নন্দ। সুবাসিনী! কিবা এটা গোৱাঁ—সেই উন্মাদক গান! (সুবাসিনীয়ে গায়)

আজি এই যৌৱনৰ মাধৱী কুঞ্জত
কোকিলে গাই কিনো গীত।
মধু পান কৰি কলীয়া ভুলিয়ে
বলিয়া সুৰত হৰিছে চিত।
হিয়াৰ বান্ধনি আপোনা আপুনি
শিথিল হৈছে শুনি সি গীত।
জোনাক যামিনী উছলি পৰিছে
উঠলি উঠিছে হিয়া।
কম্পিত অধৰে চুম্বন যাচিছে
কাষত মাধবী প্ৰিয়া॥

নন্দ। সুবাসিনী! পৃথিবীত যে আৰু কিবা আছে সেইটো মোৰ বিশ্বাস নহয়। সেই ভুলিৰ মাত কেৱল তুমিয়েই শুনা নেকি? আহঃ! মই এই স্বৰ্গৰ পৰা কিমান দূৰত আছিলোঁ, সুবাসিনী!

(কামুকৰ দৰে চেষ্টা কৰে)



সুবাসিনী। ভ্ৰম হৈছে মহাৰাজ। এইয়া এজনী বেতনভোগীৰ অভিনয়হে।

নন্দ। কেতিয়াও নহয়, যদি এইটো ভ্ৰম হয় তেতিয়া হলে সমস্ত সংসাৰেই ভ্ৰম। তুমি ঠিকেই কৈছা। নিৰ্বোধ নন্দই কেতিয়াও সেই মাত শুনা নাছিল, সুন্দৰী! তুমি মোৰ প্ৰাণেশ্বৰী!

সুবাসিনী। (হঠাৎ চকিত হৈ) মই দাসী মহাৰাজ!

নন্দ। প্ৰলোভন দি এনেকুৱা ছলনা! নন্দই পাহৰিব নোৱাৰে সুবাসিনী। আহাঁ—(হাতত ধৰে)

সুবাসিনী। (ভয়ত) মহাৰাজ! মই অমাত্য ৰাক্ষসৰ বাগদত্তা, সম্ৰাটৰ ভোগ্যা হব নোৱাৰোঁ।

নন্দ। অমাত্য ৰাক্ষস এই পৃথিবীত তোমাৰ প্ৰণয়ী হৈ জীয়াই থাকিব নোৱাৰে।

সুবাসিনী। তেতিয়াহলে মই তেওঁক বিচাৰি স্বৰ্গলৈ যাবলৈকো প্ৰস্তুত।

(নন্দই তেওঁক বলেৰে ধৰে, ঠিক সেই সময়তে অমাত্য ৰাক্ষসৰ প্ৰবেশ।)

নন্দ। (তেওঁক দেখিয়েই এৰি দিয়ে) তুমি! অমাত্য ৰাক্ষস!

ৰাক্ষস। হয় মহাৰাজ! এজনী অৱলাৰ ওপৰত অত্যাচাৰ কৰিবলৈ সুযোগ নিদিবৰ কাৰণেই ঠিক সময়ত আহি পৰিছোঁ।

নন্দ। এওঁ তোমাৰ প্ৰতি অনুৰক্তা ৰাক্ষস! মই লজ্জিত হৈছোঁ।

ৰাক্ষস। সম্ৰাটে যে নিজক বুজিবলৈ চেষ্টা কৰিছে তাৰ কাৰণে মই সুখী হৈছোঁ। বাৰু এতিয়া আহিছোঁ। বলা সুবাসিনী।

(দুয়ো যায়)

## ষষ্ঠ দৃশ্য

স্থান ঃ—কুসুমপুৰৰ প্ৰান্ত ভাগ। চাণক্য,
মালবিকা আৰু অলকা।

মালবিকা। সুবাসিনী আৰু ৰাক্ষস দুয়ো স্বাধীন। তেওঁলোকৰ বিয়া সোনকালে হব। ইফালে মৌৰ্য্য কাৰাগাৰত, বৰৰুচি অপদস্থ, আৰু নাগৰিকসকল নন্দৰ উচ্ছৃঙ্খলাত অসন্তুষ্ট।

চাণক্য। ঠিক আছে, সময় আগতপ্ৰায়। মালবিকা, তুমি নৰ্ত্তকী হব পাৰিবানে ?

মালবিকা। পাৰিম, মই নৃত্যকলা জানোঁ।

চাণক্য। তেতিয়াহলে নন্দৰ নাট্যশালালৈ যোৱা, এই মুদ্ৰা আৰু চিঠি লোৱা। ৰাক্ষসৰ বিয়াৰ আগতে—ঠিক একমুহূৰ্ত্তৰ আগতে নন্দৰ হাতত দি দিবা। আৰু সুধিলে কৈ দিবা যে অমাত্য ৰাক্ষসে সুবাসিনীক দিবলৈ কৈছিল কিন্তু মোৰ লগত দেখা নহল, সেই কাৰণে তেওঁক ঘূৰাই দিবলৈ আনিছোঁ।

মালবিকা। (মনে মনে) কি ? মিছা কথা কব লাগিব ! চন্দ্ৰগুপ্তৰ কাৰণে সকলো কৰিম। (ডাঙৰকৈ) বাৰু।

চাণক্য। মই সিংহৰণলৈ লিখি দিছোঁ যে "চন্দ্ৰগুপ্তক সোনকালে ইয়ালৈ পঠাই দিবা। যৱনে মূৰ ডাঙিলে তুমি সিহঁতক শান্ত কৰি আহিবা আৰু তেতিয়ালৈকে অলকাই মোক ৰক্ষা কৰিব।" সকলো সৈন্য বেপাৰীৰ ৰূপত লাহে লাহে যাতে কুসুমপুৰত সন্মিলিত হৈ যায়, মই তাকে বিচাৰিছোঁ। যিদিনা ৰাক্ষসৰ বিয়া হব, সেই দিনাই বিদ্ৰোহ হব আৰু সেই দিনাই চন্দ্ৰগুপ্তও ৰজা হব।

অলকা। কিন্তু ফিলিপচ্‌ৰ দ্বন্দ্বযুদ্ধৰ পৰা চন্দ্ৰগুপ্তক উলটি আহিবলৈ দিয়ক, কোনে জানে কি হয়।

চাণক্য। কি হব। চাণক্যই ভাবি-চিন্তি যি সিদ্ধান্ত কৰি থৈছে সেয়েই হব।



কিন্তু যেতিয়া সুযোগ আহে তেতিয়া একমুহূৰ্ত্তৰ বিলম্বও অসফলতাৰ কাৰণ হৈ পৰে।

(মালবিকাৰ প্ৰস্থান)

অলকা। গুৰুদেৱ ! কুসুমপুৰ মহানগৰীৰ ধ্বংস আৰু নন্দৰ পৰাজয় এই ধৰণে সম্ভৱ নেকি ?

চাণক্য। অলকা ! চাণক্যই নিজৰ কাৰ্য্য নিজৰ বুদ্ধিৰ দ্বাৰা সিদ্ধি কৰিব। তুমি চাই থাকা আৰু মোৰ কথামতে কৰি যোৱা। মালবিকা এতিয়াও বালিকা, তেওঁক ৰক্ষা কৰা প্ৰয়োজন। তেওঁক চোৱাচোন।

(অলকাৰ প্ৰস্থান)

চাণক্য। সন্মুখত সৌৱা কুসুমপুৰ, য'ত মোৰ জীৱনৰ প্ৰভাত হৈছিল। কোনো সুন্দৰ মনক জীৱনৰ লগৰীয়া কৰিবলৈ মোৰ সেই সৰল হৃদয়ত অদম্য আকাঙ্ক্ষা আছিল। প্ৰত্যেক নতুন পৰিচয়ৰ ভিতৰতে উৎসুকতা আছিল, তাৰ কাৰণে মনত সৰ্ব্বস্ব বিলাই দিয়াৰ কামনা, কিন্তু কঠোৰ সংসাৰে শিকাই দিলে যে তুমি পৰীক্ষা কৰিব লাগিব। যেতিয়া প্ৰকৃত জ্ঞানৰ উদয় হয়, তেতিয়া যৌৱনে বিদায় লয়—যেতিয়া মালা গথা শেষ হয়, তেতিয়া ফুল মৰহি যায়। যাক পাবৰ কাৰণে ইমান আড়ম্বৰ আৰু সাজ-সজ্জা কৰা হয়, যেতিয়া তেওঁ আহে তেতিয়া আৰু মানুহৰ হৃদয় সহজ সুন্দৰ হৈ নাথাকে, সংসাৰৰ দাৰুণ পৰিস্থিতিয়ে তেতিয়া সেই শ্যামল কোমল হৃদয়ক মৰুভূমিত পৰিণত কৰি দিয়ে। এয়েই বিড়ম্বনা ! মই এতিয়া অবিশ্বাস, কুচক্ৰান্ত আৰু ছলনাৰ কঙ্কাল ; কঠোৰতাৰ কেন্দ্ৰস্থল। আহঃ ! তেতিয়াহলে এই বিশ্বত মোৰ কোনো লগৰীয়া নাই ? আছে, মোৰ সঙ্কল্প ! এতিয়া মোৰ অভিমানেই মোৰ লগৰীয়া। এদিন এটা ক্ষীণ ৰেখা আছিল যি জীৱন পটৰ পৰা মচ্ খাই গৈছে। মচ্ খাই যাবলৈ দিম নেকি ? সুবাসিনী ! নহয়, নহয়, নহয়, তেওঁ কোনো নহয়। মই নিজৰ প্ৰতিজ্ঞাৰ ওপৰতহে আসক্ত। ইয়াৰ ভিতৰতে ভয়ঙ্কৰ সৌন্দৰ্য্য লুকাই আছে। আজি সেই প্ৰতিজ্ঞাৰ ভিতৰত জন্মভূমিৰ কাৰণে কৰ্ত্তব্যৰ যৌৱন জিক্-মিকাই আছে। আধাপেটীকৈ খায় তৃণ-শয্যাৰ ওপৰত শুই থকাৰ মূৰত দিব্য যশৰ সোণৰ মুকুট ! আৰু আগত সফলতাৰ স্মৃতি সৌধ ! (আকাশৰ ফালে

চাই ) সৌৱা, সেই ৰক্তিম মেঘত ধূমিল আকাশ। সকলোৰে যেন ভীষণ ৰৱেৰে চাণক্যৰ নাম চিঞৰি আছে। ( চাই ) আঃ! কোন? কোনে এই মাটি খান্দি সাপৰ দৰে বাহিৰলৈ ওলাব খুজিছে? লুকাই চাওঁচোন।

( লুকাই পৰে, ধুম কৰি এচপৰা মাটি সৰি পৰে, আৰু তাৰ পৰা শকটাৰ বনমানুহৰ দৰে ওলাই আহে। )

শকটাৰ। ( চাৰিওফালে চাই চকু জপাই লয়, আকৌ খোলে ) চকুৱে সহ্য কৰিব নোৱাৰে। অথচ এই পোহৰৰ কাৰণে ইমান দিন আতুৰ হৈ পৰিছিলোঁ। আহঃ! ইমান পোহৰ! তেতিয়াহলে মই জীৱিত নেকি? কিমান দিন হল, কিমান মাহ, কিমান বছৰ? মনত নপৰে। কাৰণ সকলোৰে ওপৰত অন্ধকূপৰ প্ৰাচীৰ আছিল। সাতটা লৰা ভোক-পিয়াহত আতুৰ হৈ মৰিল। সেই আন্ধাৰক মই কৃতজ্ঞতা জনাইছোঁ যি মোক সেই বিৱৰ্ণ মুখ চাবলৈ সুযোগ নিদিলে। কেৱল সিহঁতৰ শেষ নিশ্বাসৰ ক্ষীণ শব্দহে শুনিবলৈ পাইছিলোঁ। তথাপি জীয়াই থাকিলো—বুট-মাহৰ গুৰি আৰু নিমখ-পানী মিহলাই নিজৰ গাৰ তেজ খাই জীয়াই থাকিলোঁ, প্ৰতিহিংসাৰ কাৰণে। কিন্তু এতিয়া শেষ হব, উশাহ বন্ধ হৈ আহিছে— উস্! ( সৰি পৰে ) ( চাণক্য ওচৰলৈ আহি কাপোৰ চেপি মুখত পানী দি সচেতন কৰে )

চাণক্য। আহঃ! তুমি কোনোবা দুঃখী মানুহ। চিন্তা নকৰিবা, মই তোমাৰ সহায়ৰ কাৰণে সাজু হৈ আছোঁ।

শকটাৰ। ( ওপৰলৈ চাই ) তুমি সহায় কৰিবা? আচৰিত! মানুহে মানুহক সহায় কৰিব! সি তেওঁক হিংস্ৰক পশুৰ দৰে জানো নাচুঁৰিব? অৱশ্যে এইটো বেলেগ নিয়ম, তেওঁ জোকৰ দৰে কষ্ট নিদিয়াকৈয়ো তেজ চুহিব পাৰে। য'ত কোনো স্বাৰ্থ নাই, এনেকুৱা সাহায্য? তুমি ক্ষুধিত কুকুৰ-নেচীয়া বাঘ।

চাণক্য। দুৰ্ভগীয়া মানুহ! সকলোৰে ওপৰত বিশ্বাস হেৰুৱাই আঁতৰি নাযাবা। অবিশ্বাসৰ ফিৰিঙতিক ভৰিৰ তলৰ পৰা গুচাই পেলোৱা। তোমাৰ নিচিনা দুখী মানুহ আৰু বহুত আছে। যদি নিঃস্বাৰ্থ সহায় নহয় তেতিয়াহলে পৰস্পৰৰ স্বাৰ্থৰ কাৰণেই হওক।



শকটাৰ। দুঃখ! দুঃখৰ নাম তুমি শুনিছানে নাই কল্পনাজনিত আশঙ্কাত তুমি তাৰ নাম লৈ চিঞৰি উঠিছা? সাতোটাকৈ বুকুৰ মাণিক ভোকত আতুৰ হৈ মৰাৰ দৃশ্য জানো কেতিয়াবা দেখিছা? অন্ধকাৰৰ ডাঠ চাদৰৰ আৱৰণত, কিমান বছৰ ভূগৰ্ভৰ মাজত জীৱিত থাকি এজনে আনজনক নিজৰ মুখৰ আহাৰ দি মৰা জানো দেখিছা?—প্ৰতিহিংসাৰ স্মৃতিক টুকৰিয়াই জগোৱা, আৰু প্ৰাণ বিসৰ্জ্জন দিয়া। এনেকুৱা কষ্ট কেতিয়াবা দেখিছিলা যে মোৰ সন্তানে নিজৰ আহাৰ মোক দিছিল আৰু বাপেকী হৈয়ো মই তাকে চাই শিলৰ দৰে জীয়াই আছিলোঁ, সিহঁতৰ আহাৰ নিজে খাই—সিহঁতক মৰিবলৈ দিছিলোঁ। জানানে কিহৰ কাৰণে?—সিহঁত সুকুমাৰ আছিল, সুখৰ কোলাত প্ৰতিপালিত হৈছিল, সিহঁতে এই কষ্ট সহ্য কৰিব নোৱাৰিলেহেঁতেন, গতিকে সকলো মৰি গলহেঁতেন। মই কেৱল প্ৰতিশোধৰ কাৰণে জীয়াই আছোঁ। দানৱী প্ৰতিহিংসাৰ কাৰণে! উস্! সেই অত্যাচাৰী নৰ-ৰাক্ষসৰ নাড়ী-ভুঁৰু চিঙি যদি এবাৰ তেজৰ সোঁত বোৱাব পাৰিলোঁহেঁতেন! এই পৃথিবীক যদি তাৰেই ৰাঙলী দেখিলোঁহেঁতেন।

চাণক্য। সাৱধান! ( শকটাৰক তোলে )

শকটাৰ। যি দুৰ্ব্বলৰ ওপৰত অত্যাচাৰ কৰে, তেওঁহে সাৱধান হব। পীড়িত, পদদলিত, সৰ্ব্বস্বহীন,—যি নিজৰ পুতেকৰ হাড়ৰ দ্বাৰা সুৰঙ্গ খান্দিছে, নখেৰে মাটি আঁতৰাইছে, তেওঁৰ কাৰণে আৰু সাৱধান হোৱাৰ কোনো প্ৰয়োজন নাই। মোৰ এই অব্যক্ত বেদনা অন্তিম অস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ আছে।

চাণক্য। তথাপি তুমি প্ৰতিশোধ লব লাগিব। আমি দুয়ো একে পথেৰে পথিক। নিৰাশ নহবা। এই সংসাৰত তোমাৰ আৰু কোনোবা জীয়াই আছে নেকি?

শকটাৰ। জীয়াই আছিল কিন্তু—নাজানোঁ এতিয়া ক'ত আছে—এজনী ছোৱালী—তাই মাকৰ স্মৃতি—সুবাসিনী। এতিয়া ক'ত আছে কোনে জানে?

চাণক্য। কি কলা? সুবাসিনী?

শকটাৰ। এৰা, সুবাসিনী!

চাণক্য। আৰু তেতিয়াহলে তুমি শকটাৰ?

চাই ) সোঁৱা, সেই ৰক্তিম মেঘত ধুমিল আকাশ। সকলোৱে যেন ভীষণ ৰৱেৰে চাণক্যৰ নাম চিঞৰি আছে। ( চাই ) আঃ! কোন? কোনে এই মাটি খান্দি সাপৰ দৰে বাহিৰলৈ ওলাব খুজিছে? লুকাই চাওঁচোন।

( লুকাই পৰে, ধুম কৰি এচপৰা মাটি সৰি পৰে, আৰু তাৰ পৰা শকটাৰ বনমানুহৰ দৰে ওলাই আহে। )

শকটাৰ। ( চাৰিওফালে চাই চকু জপাই লয়, আকৌ খোলে ) চকুৱে সহ্য কৰিব নোৱাৰে। অথচ এই পোহৰৰ কাৰণে ইমান দিন আতুৰ হৈ পৰিছিলোঁ। আহঃ! ইমান পোহৰ! তেতিয়াহলে মই জীৱিত নেকি? কিমান দিন হল, কিমান মাহ, কিমান বছৰ? মনত নপৰে। কাৰণ সকলোৰে ওপৰত অন্ধকূপৰ প্ৰাচীৰ আছিল। সাতটা লৰা ভোক-পিয়াহত আতুৰ হৈ মৰিল। সেই আন্ধাৰক মই কৃতজ্ঞতা জনাইছোঁ যি মোক সেই বিৱৰ্ণ মুখ চাবলৈ সুযোগ নিদিলে। কেৱল সিহঁতৰ শেষ নিশ্বাসৰ ক্ষীণ শব্দহে শুনিবলৈ পাইছিলোঁ। তথাপি জীয়াই থাকিলো—বুট-মাহৰ গুৰি আৰু নিমখ-পানী মিহলাই নিজৰ গাৰ তেজ খাই জীয়াই থাকিলোঁ, প্ৰতিহিংসাৰ কাৰণে। কিন্তু এতিয়া শেষ হব, উশাহ বন্ধ হৈ আহিছে—উস্! ( সৰি পৰে ) ( চাণক্য ওচৰলৈ আহি কাপোৰ চেপি মুখত পানী দি সচেতন কৰে )

চাণক্য। আহঃ! তুমি কোনোবা দুঃখী মানুহ। চিন্তা নকৰিবা, মই তোমাৰ সহায়ৰ কাৰণে সাজু হৈ আছোঁ।

শকটাৰ। ( ওপৰলৈ চাই ) তুমি সহায় কৰিবা? আচৰিত! মানুহে মানুহক সহায় কৰিব! সি তেওঁক হিংসুক পশুৰ দৰে জানো নাচুঁৰিব? অৱশ্যে এইটো বেলেগ নিয়ম, তেওঁ জোকৰ দৰে কষ্ট নিদিয়াকৈয়ো তেজ চুহিব পাৰে। য'ত কোনো স্বাৰ্থ নাই, এনেকুৱা সাহায্য? তুমি ক্ষুধিত কুকুৰ-নেচীয়া বাঘ।

চাণক্য। দুৰ্ভগীয়া মানুহ! সকলোৰে ওপৰত বিশ্বাস হেৰুৱাই আঁতৰি নাযাবা। অবিশ্বাসৰ ফিৰিঙতিক ভৰিৰ তলৰ পৰা গুচাই পেলোৱা। তোমাৰ নিচিনা দুখী মানুহ আৰু বহুত আছে। যদি নিঃস্বাৰ্থ সহায় নহয় তেতিয়াহলে পৰস্পৰৰ স্বাৰ্থৰ কাৰণেই হওক।



শকটাৰ। দুখ! দুঃখৰ নাম তুমি শুনিছানে নাই কল্পনাজনিত আশঙ্কাত তুমি তাৰ নাম লৈ চিঞৰি উঠিছা? সাতোটাকৈ বুকুৰ মাণিক ভোকত আতুৰ হৈ মৰাৰ দৃশ্য জানো কেতিয়াবা দেখিছা? অন্ধকাৰৰ ডাঠ চাদৰৰ আৱৰণত, কিমান বছৰ ভূগৰ্ভৰ মাজত জীৱিত থাকি এজনে আনজনক নিজৰ মুখৰ আহাৰ দি মৰা জানো দেখিছা?—প্ৰতিহিংসাৰ স্মৃতিক টুকৰিয়াই জগোৱা, আৰু প্ৰাণ বিসৰ্জ্জন দিয়া। এনেকুৱা কষ্ট কেতিয়াবা দেখিছিলা যে মোৰ সন্তানে নিজৰ আহাৰ মোক দিছিল আৰু বাপেকী হৈয়ো মই তাকে চাই শিলৰ দৰে জীয়াই আছিলোঁ, সিহঁতৰ আহাৰ নিজে খাই—সিহঁতক মৰিবলৈ দিছিলোঁ। জানানে কিহৰ কাৰণে?—সিহঁত সুকুমাৰ আছিল, সুখৰ কোলাত প্ৰতিপালিত হৈছিল, সিহঁতে এই কষ্ট সহ্য কৰিব নোৱাৰিলেহেঁতেন, গতিকে সকলো মৰি গলহেঁতেন। মই কেৱল প্ৰতিশোধৰ কাৰণে জীয়াই আছোঁ। দানৱী প্ৰতিহিংসাৰ কাৰণে! উস্! সেই অত্যাচাৰী নৰ-ৰাক্ষসৰ নাড়ী-ভুঁৰু চিঙি যদি এবাৰ তেজৰ সোঁত বোৱাব পাৰিলোঁহেঁতেন! এই পৃথিৱীক যদি তাৰেই ৰাঙলী দেখিলোঁহেঁতেন।

চাণক্য। সাৱধান! ( শকটাৰক তোলে )

শকটাৰ। যি দুৰ্ব্বলৰ ওপৰত অত্যাচাৰ কৰে, তেওঁহে সাৱধান হব। পীড়িত, পদদলিত, সৰ্ব্বস্বহীন,—যি নিজৰ পুতেকৰ হাড়ৰ দ্বাৰা সুৰঙ্গ খান্দিছে, নখেৰে মাটি আঁতৰাইছে, তেওঁৰ কাৰণে আৰু সাৱধান হোৱাৰ কোনো প্ৰয়োজন নাই। মোৰ এই অব্যক্ত বেদনা অন্তিম অস্ত্ৰৰ দ্বাৰা সুসজ্জিত হৈ আছে।

চাণক্য। তথাপি তুমি প্ৰতিশোধ লব লাগিব। আমি দুয়ো একে পথেৰে পথিক। নিৰাশ নহবা। এই সংসাৰত তোমাৰ আৰু কোনোবা জীয়াই আছে নেকি?

শকটাৰ। জীয়াই আছিল কিন্তু—নাজানোঁ এতিয়া ক'ত আছে—এজনী ছোৱালী—তাই মাকৰ স্মৃতি—সুবাসিনী। এতিয়া ক'ত আছে কোনে জানে?

চাণক্য। কি কলা? সুবাসিনী?

শকটাৰ। এৰা, সুবাসিনী!

চাণক্য। আৰু তেতিয়াহলে তুমি শকটাৰ?

শকটাৰ। ( চাণক্যৰ ডিঙিত ধৰি ) আকৌ যদি এই নাম লোৱা তেতিয়াহলে তোমাৰ ডিঙি মুচৰি পেলাম। প্ৰথমতে মোক নন্দৰ ওপৰত প্ৰতিশোধ লবলৈ দিয়া, ইয়াৰ পাছত লাগিলে ঢোল বজোৱা।

চাণক্য। ( তেওঁৰ হাত গুচাই ) সেই সুবাসিনী নন্দৰ ৰঙ্গশালাত আছে। মোক চিনিব পাৰিছানে ?

শকটাৰ। ওঁহো। নাই পৰা—। ( চাই থাকে )

চাণক্য। তোমাৰ প্ৰতিবেশী বন্ধু ব্ৰাহ্মণ চনকৰ পুত্ৰ বিষ্ণুগুপ্ত। যাৰ পৰা তুমি দিয়া ব্ৰহ্মবৃত্তি কাঢ়ি লৈ গল, যাক তোমাৰ সহকাৰী বুলি ভাবি নিৰ্ব্বাসিত কৰি দিয়া হল, মই সেই চনকৰ পুত্ৰ চাণক্য, যাৰ শিখাত ধৰি ৰাজসভাত টনা হৈছিল, যি বন্দীশালত মৃত্যুৰ প্ৰতীক্ষা কৰি আছিল। মোক বিশ্বাস কৰিবা নেকি ?

শকটাৰ। ( ভাব-মগ্ন হৈ থিয় হয় ) কৰিম, তুমি যিহকে কবা তাকে কৰিম। কেৱল কোনো প্ৰকাৰে প্ৰতিশোধ লব লাগে।

চাণক্য। তেতিয়াহলে এই সুৰঙ্গটো ঘাঁহ-পাতেৰে ঢাকি থৈ মোৰ জুপুৰীলৈ বলা।

( সুৰঙ্গটো ঢাকি থৈ দুয়োৰো প্ৰস্থান )

## সপ্তম দৃশ্য

স্থান—নন্দৰ ৰাজপ্ৰাসাদৰ এক প্ৰকোষ্ঠ।

নন্দ। আজি মোৰ মন এনেয়ে শঙ্কিত হৈছে। একো নহয়······কিবা হব।

( সেনাপতি মৌৰ্য্যৰ পত্নীক লগত লৈ বৰৰুচিৰ প্ৰবেশ। )

নন্দ। এইজনী ক'ৰ তিৰোতা ?

বৰৰুচি। জয় হওক দেৱ। এওঁ সেনাপতি মৌৰ্য্যৰ পত্নী।

নন্দ। কি কব খুজিছা ?

মৌৰ্য্যপত্নী। ৰজা প্ৰজাৰ পিতা। সেই কাৰণেই তেৱেঁই প্ৰজাৰ অপৰাধ ক্ষমা কৰি প্ৰজাক শুধৰাব পাৰে। চন্দ্ৰগুপ্ত এতিয়াও বালক, সম্ৰাট! মগধৰ লগত তাৰ অপৰাধৰ কোনো সম্বন্ধ নাই তথাপি সি নিৰ্ব্বাসিত। কিন্তু সেনাপতিৰ ওপৰত কি অভিযোগ ? মই অসহায় মগধৰ প্ৰজাই মহাৰাজৰ শ্ৰীচৰণত নিবেদন কৰিছোঁ মোৰ স্বামীক এৰি দিয়া হওক। পতি আৰু পুত্ৰ দুয়োৰে পৰা যেন মই বঞ্চিত নহওঁ।



নন্দ। ৰমণী! ৰাজদণ্ডৰ নিয়ম পতি আৰু পুত্ৰৰ জালৰ পৰা সম্পূৰ্ণ পৃথক। ষড়যন্ত্ৰকাৰীসকলৰ কাৰণে ই বৰ নিষ্ঠুৰ, নিৰ্ম্মম, কঠোৰ। তোমালোকে হাতত জুই লৈ কৰা খেলাৰ ফল ভোগ কৰা। নন্দক এই চকুপানী আৰু আচল পাতি ভিক্ষা কৰা অভিনয়ৰ দ্বাৰা ফুচুলাব নোৱাৰা।

মৌৰ্য্যপত্নী। ঠিক হৈছে মহাৰাজ! ময়েই ভ্ৰমত আছিলোঁ। সেনাপতি মৌৰ্য্যৰোতো এইটো অপৰাধ হৈছিল। যেতিয়া কুসুমপুৰৰ সমস্ত প্ৰজা বিৰোধী আছিল—যেতিয়া জাৰজ পুত্ৰৰ ৰাঙলী হাতেৰে সম্ৰাট মহাপদ্মৰ জীৱনলীলা শেষ হৈছিল তেতিয়াই সেনাপতিৰ জ্ঞান হোৱা উচিত আছিল। কৃতজ্ঞতাৰ সৈতে যে উপকাৰ কৰিছিল সেইটো তেওঁ বুজিব পৰা নাছিল।

নন্দ। মনে মনে থাক্!—দুষ্ট! ( তেওঁৰ চুলিত ধৰি টানিব খোজে, বৰৰুচিয়ে মাজত আহি ৰখাই দিয়ে )

বৰৰুচি। মহাৰাজ! সাৱধান! এওঁ অবলা, স্ত্ৰী।

নন্দ। এইটো মই জানোঁ কাত্যায়ন। আঁতৰা।

বৰৰুচি। আপুনি জানে, কিন্তু এই সময়ত আপুনি সকলো পাহৰি গৈছে।

নন্দ। তেতিয়াহলে মই তোমাকো এই কুচক্ৰান্তৰ ভিতৰত লিপ্ত বুলি ভাবিম নেকি ?

বৰৰুচি। সেইটো মহাৰাজৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। আৰু কাৰো দাস হৈ থকা নথকা মোৰ ইচ্ছাৰ ওপৰত। মই অস্ত্ৰ সমৰ্পণ কৰিছোঁ।

নন্দ। ( বৰৰুচিৰ কটাৰী তুলি ) বিদ্ৰোহ! অ' তুমিও বামুন হোৱা, নহয়! মই স্বয়ং নিজক ফাঁকি দিছিলোঁ। যোৱা,—কিন্তু ৰ'বা। প্ৰতিহাৰী।

( প্ৰতিহাৰী আগলৈ আহে )

নন্দ। এওঁক বন্দী কৰা আৰু এই তিৰোতাজনীক লগত লৈ গৈ মৌৰ্য্যৰ ওচৰত থৈ আহা।

( প্ৰতিহাৰীয়ে বন্দী কৰে )

বৰৰুচি। নন্দ! তোমাৰ পাপৰ কলহ ফুটিব খুজিছে। অত্যাচাৰৰ আঙঠাই এই সাম্ৰাজ্যৰ সেউজীয়া কাননক দগ্ধ কৰি পেলাব। যি তোমাৰ ওচৰ চাপিছেহি তুমি ন্যায়ৰ ডিঙি চেপি ধৰি তাক দমাই ৰাখিব নোৱাৰিবা। চাটুকাৰৰ দ্বাৰা হওক বা যি দৰেই হওক।

নন্দ। বাৰু, লৈ যোৱা।

( সকলোৰে প্ৰস্থান )

নন্দ। ( স্বগত ) ভাল নহল নেকি? কিন্তু সকলোবোৰৰ যোগাযোগ আছে। এৰি দিম?—( এজন প্ৰতিহাৰীৰ প্ৰবেশ ) কি হ'ল?

প্ৰতিহাৰী। জয় হওক দেৱ। এজনী সন্দেহজনক তিৰোতাক ৰাজমন্দিৰত ঘূৰি ফুৰোঁতে ধৰা হৈছে। তেওঁৰ হাতত অমাত্য ৰাক্ষসৰ মুদ্ৰা আৰু এখন চিঠি পোৱা গৈছে।

নন্দ। এতিয়াই লৈ আহাঁ।

( প্ৰতিহাৰীয়ে গৈ মালবিকাক লগত লৈ আহে। )

নন্দ। তুমি কোন?

মালবিকা। মই এজনী তিৰোতা মহাৰাজ।

নন্দ। কিন্তু তুমি ইয়ালৈ কাৰ ওচৰলৈ আহিছা?

মালবিকা। মই—মই, মোক কোনোবাই শতদ্ৰু পাৰৰ পৰা পঠিয়াইছে। বাটত মোৰ বেমাৰ হল, সেই কাৰণে পলম হল।

নন্দ। কিহৰ পলম?

মালবিকা। এই চিঠিখন সুবাসিনী নামৰ স্ত্ৰীৰ হাতত দিয়াৰ।

নন্দ। তোমাক কোনে পঠিয়াইছে?

মালবিকা। মই নামটো নাজানোঁ।

নন্দ। হোঁ। ( প্ৰতিহাৰীক ) চিঠি ক'ত?

( প্ৰতিহাৰীয়ে চিঠি আৰু মুদ্ৰা দিয়ে, নন্দই চিঠি পঢ়ে )

নন্দ। তুমি এইটো কথা কব লাগিব যে তোমাক এই চিঠি কোনে দিছে—। কোৱাঁ, সোনকালে কোৱাঁ। ৰাক্ষসে দিছে নেকি?

মালবিকা। ৰাক্ষস নহয়, তেওঁ মানুহহে।



নন্দ। দুষ্ট! সোনকালে ক। সি ৰাক্ষসেই হব পায়।

মালবিকা। আপুনি যি ভাবি লয়।

নন্দ। ( খঙত ) প্ৰতিহাৰী, এইকো সেই বিদ্ৰোহীৰ গুহালৈ লৈ যোৱা। ৰবা, প্ৰথমতে সুবাসিনী আৰু ৰাক্ষসক সোনকালে ধৰি আনা। লাগিলে যেনে-কুৱা অৱস্থাতে থাকক।

( নন্দই চিন্তিতভাৱে ইফালে-সিফালে ঘূৰি ফুৰে, মালৱিকা বন্দী হয়। )

নন্দ। আজি সকলোকে একেলগে ফাঁচীৰ কাঠত উঠাম। নহয়, ( হাত-ভৰি এচাৰি ) হাতীৰ খুৰাৰ তলত গচকাম। নন্দ নীচজন্মা, এই কথাৰ শেষ হব লাগে। এই কাৰণেই যদি বিদ্ৰোহ কৰা হৈছে তেতিয়াহলে তেওঁলোকক দেখুৱাই দিব লাগিব যে মই কি, এই নাম শুনিলে মানুহ কঁপি উঠিব। প্ৰেম নহয়, ভয়ৰে সম্মান হওক।

## অষ্টম দৃশ্য

### স্থান—কুসুমপুৰৰ প্ৰান্ত ভাগ—এটা বাট।

( চাণক্য আৰু পৰ্ব্বতেশ্বৰ )

চাণক্য। চন্দ্ৰগুপ্ত ক'ত?

পৰ্ব্বতেশ্বৰ। যুদ্ধ-ব্যৱসায়ীসকলৰ লগত পথ-প্ৰদৰ্শকৰ ৰূপত আহি আছে। সোনকালেই আহি পোৱাৰ কথা।

চাণক্য। আৰু দ্বন্দ্ব-যুদ্ধত কি হল?

পৰ্ব্বতেশ্বৰ। চন্দ্ৰগুপ্তই অতি বীৰত্বৰ সৈতে যুদ্ধ কৰিলে। ফিলিপচ্‌ক মাৰি পেলোৱাৰ পাছত সমগ্ৰ উত্তৰাপথত নতুন উৎসাহ-উদ্দীপনা বিয়পি পৰিল। আৰ্য্য! বহুতো বিশিষ্ট যৱন আৰু আৰ্য্যৰ উপস্থিতিত সেই যুদ্ধ হৈছিল আৰু সেই খড়্গ পৰীক্ষা চাবলগীয়া আছিল। সেই বীৰত্বৰ দৃশ্য অভিনন্দনীয় আছিল।

চাণক্য। যৱনসকলৰ মনোভাৱনো কেনেকুৱা?

পৰ্ব্বতেশ্বৰ। সিংহৰণে নিজৰ সৈন্যৰ দ্বাৰা ৰঙ্গশালাক ৰক্ষা কৰি আছিল। অলপ বিদ্ৰোহ হৈছিল; কিন্তু সি পৰাজয়ৰ ক্ষোভ আছিল। য়ুদেমিচ যি তেওঁৰ সহকাৰী আছিল অত্যন্ত ক্ৰুদ্ধ হৈ পৰিছিল। কোনো ৰকমে তেওঁক শান্ত কৰা হল। য়ুদেমিচে্ চিকণ্ডৰৰ আদেশৰ কাৰণে অপেক্ষা কৰি আছিল। কিন্তু হঠাৎ চিকণ্ডৰ মৰাৰ বাতৰি আহিল। যৱনসকলে এতিয়াও নিজৰ ভিতৰতে ভাবনা-চিন্তা কৰি আছে। আৰু আপোনাৰ আদেশত চন্দ্ৰগুপ্তই সিংহৰণক তাত এৰি ইয়ালৈ গুচি আহিছে।

( অলকাৰ প্ৰবেশ )

অলকা। গুৰুদেৱ! যজ্ঞ আৰম্ভ হৈছে।

চাণক্য। মালবিকা ক'ত?

অলকা। তেওঁক বন্দী কৰা হৈছে আৰু ৰাক্ষস আদিৰ বন্দীও আগতপ্ৰায়। তেওঁলোকৰ যেতিয়া বিয়া হৈ থাকিব ঠিক সেই সুযোগতে—। কিয়নো আজিয়েই……

চাণক্য। তেতিয়াহলে তুমি যোৱা অলকা। এই উৎসৱত তুমি আঁতৰি থকা উচিত নহয়। তেওঁলোকক ধৰাৰ সুযোগতে গোটেই নগৰত উত্তেজনা বিয়পিব পাৰে। সোনকালে যোৱাঁ।

( অলকাৰ প্ৰস্থান )

পৰ্ব্বতেশ্বৰ। মোৰ প্ৰতি কি আদেশ?

চাণক্য। কিছুমান শক্তিশালী অশ্বাৰোহীক লগত লৈ প্ৰস্তুত হৈ থাকা। যেতিয়া চন্দ্ৰগুপ্তই ভিতৰৰ পৰা যুদ্ধ আৰম্ভ কৰিব সেই সময়ত তুমিও নগৰৰ দুৱাৰৰ ওপৰত আক্ৰমণ কৰিব লাগিব।

( গুহাৰ দুৱাৰ খোল খায়; মৌৰ্য্য, মালবিকা, শকটাৰ, বৰৰুচি আৰু পাছে পাছে চন্দ্ৰগুপ্তৰ জননীৰ প্ৰবেশ। )

চাণক্য। আঁহা মৌৰ্য্য!

মৌৰ্য্য। আপুনিয়েই আমাৰ উদ্ধাৰ-কৰ্ত্তা মহাত্মা চাণক্য নেকি?

মালবিকা। এৰা, এয়েঁই।

মৌৰ্য্য। শ্ৰদ্ধা গ্ৰহণ কৰক দেৱ!



চাণক্য। শত্ৰুৰ ওপৰত প্ৰতিশোধ লবৰ কাৰণে জীয়াই থাকা সেনাপতি। নন্দৰ পাপৰ পূৰ্ণতাই তোমাক উদ্ধাৰ কৰিলে। এতিয়া তোমাৰ সুযোগ…

মৌৰ্য্য। এই দুৰ্ব্বল হাড়বোৰ অন্ধকূপৰ ভয়ত এতিয়াও শঙ্কিত হৈ আছে।

শকটাৰ। আৰু ৰক্তময় গম্ভীৰ, বীভৎস দৃশ্যই হত্যাৰ নিষ্ঠুৰ আহ্বান কৰি আছে।

( চন্দ্ৰগুপ্তৰ প্ৰবেশ, মাক-বাপেকৰ ভৰিত ধৰে )

চন্দ্ৰগুপ্ত। পিতা! তোমাৰ এই দশা!! এক এক যন্ত্ৰণাৰ, প্ৰত্যেক নিষ্ঠুৰতাৰ লেখ কৰা হব। মোৰ আই! সেই সকলোবোৰৰ প্ৰতিকাৰ কৰা হব, প্ৰতিশোধ লোৱা হব। উস! মোৰ জীৱন ব্যৰ্থ হৈ গৈছে। নন্দ!

চাণক্য। চন্দ্ৰগুপ্ত! সফলতাৰ এটা ক্ষণহে থাকে। আৱেশ আৰু কৰ্ত্তব্যৰ ভিতৰত বহুতো প্ৰভেদ আছে।

চন্দ্ৰগুপ্ত। গুৰুদেৱ! আদেশ দিয়ক!

চাণক্য। সোঁফালে চোৱাঁ! নাগৰিকসকল আহি আছে। তোমালোক ভিতৰলৈ যাবলৈ আৰু বিদ্ৰোহৰ সৃষ্টি কৰিবলৈ সম্ভৱতঃ এইটোৱেই সুৰ্বণ সুযোগ।

( নাগৰিক সকলৰ প্ৰবেশ )

১ম নাগৰিক। বেণ আৰু কংসৰ শাসন আন ধৰণৰ আছিল নেকি?

২য় নাগৰিক। বিয়াৰ ৰভাৰ তলৰ পৰা দৰা-কন্যাক চোচোৰাই লৈ যোৱা, এনেকুৱা নামজ্বলা নাগৰিকৰ এই অপমান। ঘোৰতৰ অন্যায়।

৩য় নাগৰিক। সিও আকৌ অমাত্য ৰাক্ষস আৰু সুবাসিনী! কুসুমপুৰৰ দুপাহ সুন্দৰ ফুল।

৪ৰ্থ নাগৰিক। আৰু সেনাপতি, মন্ত্ৰী সকলোকে অন্ধকূপৰ ভিতৰত ভৰাই থোৱা।

মৌৰ্য্য। মন্ত্ৰী, সেনাপতি আৰু অমাত্যক বন্দী কৰি যি ৰাজ্য কৰে, সি কেনেকুৱা সুন্দৰ ৰাজ্য, নাগৰিক! তেওঁৰ কেনেকুৱা অদ্ভুত যোগ্যতা! এই কাৰণেই মগধৰ গৰ্ব্ব হোৱা উচিত।

১ম নাগৰিক। গৰ্ব্ব নহয় বৃদ্ধ! লজ্জা হোৱা উচিত। এনেকুৱা জঘন্য অত্যাচাৰ!

বৰৰুচি। ইটো মগধৰ পুৰণা ইতিহাস। জৰাসন্ধৰ বাসস্থান। একচেতিয়া ৰাজত্ব দেখি ইয়াৰ প্ৰজা অভ্যস্ত হৈ পৰিছে।

২য় নাগৰিক। অভ্যস্ত হলেও এতিয়া আৰু অসহ্য হৈ উঠিছে।

শকটাৰ। আজি নিজৰ চকুৰ আগত এনেকুৱা এটা উৎসৱ ভঙ্গ হৈ যোৱা দেখি আপোনালোকৰ মনত নিশ্চয় বেজাৰ লাগিছে। নহলে যি দিনা শকটাৰে শাস্তি পাইছিল, সপৰিয়ালেৰে সৈতে এজন অভিজাত নাগৰিকক হত্যা কৰা হৈছিল, সেই দিনা জনতা ক'ত শুই আছিল ?

৩য় নাগৰিক। এৰা, কথাটোতো সঁচা, পিতাৰ দৰে আমাক ৰক্ষা কৰা মন্ত্ৰী শকটাৰ! হে ভগৱান!

শকটাৰ। ময়েই শকটাৰ! জকাৰ দৰে জীৱিত সমাধিৰ পৰা উঠি থিয় হৈছোঁ। মানুহে মানুহক এই দৰে পদদলিত কৰি শান্তিৰে থাকিব নোৱাৰে। নিজৰ নিৰপৰাধী সাত পুত্ৰৰ নিষ্ঠুৰ হত্যাৰ প্ৰতিশোধ লবৰ কাৰণে মই পিশাচ হৈ ঘূৰি আহিছোঁ, মোৰ লগত যাবা নেকি ?

৪ৰ্থ নাগৰিক। মন্ত্ৰী শকটাৰ! আপুনি এতিয়াও জীৱিত ?

শকটাৰ। এৰা, মোৰ উদ্দেশ্য আজি মহাপদ্মৰ জাৰজ পুত্ৰ নন্দক বধি— হিংসুক-পশু নন্দৰ ওপৰত প্ৰতিশোধ লোৱা।

সকলো নাগৰিক। বিচাৰকৰ ভাও ধৰাৰ অন্ত পৰিল। জনতাৰ কাৰণে শুভ কামনা কৰাৰ প্ৰতিজ্ঞা নষ্ট হৈ গল। আৰু নহয়। আজি ন্যায়ালয়ত সুধিব লাগিব।

মৌৰ্য্য। আৰু মোৰ কাৰণেও কিবা অলপ......।

নাগৰিক। তুমি...... ?

মৌৰ্য্য। সেনাপতি মৌৰ্য্য—যাৰ সন্ধান তোমালোকে পোৱাই নাছিলা।

নাগৰিক। আচৰিত! আজি আমি কেৱল সপোন দেখি আছোঁ নেকি? এতিয়াই ঘূৰি যোৱা উচিত। আপোনালোকো বলক।

শকটাৰ। কিন্তু মোৰ ৰক্ষাৰ ভাৰ কোনে লব ?

( সকলোৱে ইফালে-সিফালে চাই, চন্দ্ৰগুপ্ত বুকু ফিন্দাই থিয় হয় )

চন্দ্ৰগুপ্ত। মই লৈছোঁ, মই মগধৰ সেই প্ৰজাৰ সংৰক্ষক—যি-সকল পীড়িত, আঘাত-জৰ্জ্জৰিত আৰু পদদলিত।



চাণক্য। উত্তম! চন্দ্ৰগুপ্ত! উত্তম! ( হঠাৎ সকলো উৎসাহিত হৈ উঠেঁ। পৰ্ব্বতেশ্বৰ, চাণক্য আৰু বৰৰুচিক এৰি সকলো যাবলৈ ধৰে। )

বৰৰুচি। চাণক্য! তুমি এইয়া কিহৰ দাৱানলৰ সৃষ্টি কৰিলা ?

চাণক্য। উৎপীড়নৰ আঙ্ঠাক অত্যাচাৰীয়ে নিজেই নিজৰ আচলত বান্ধি ৰাখে। কাত্যায়ন! তুমিনো অন্ধকূপৰ সোৱাদ কিয় ললা? তুমিও কিবা অপৰাধ কৰিছিলা নেকি ?

বৰৰুচি। নন্দৰ ভুল হৈছিল। তাক এতিয়াও শুধৰাব পৰা হব। ব্ৰাহ্মণ! ক্ষমানিধি! পাহৰি যোৱা।

চাণক্য। প্ৰতিজ্ঞা পুৰ্ণ হোৱাৰ পাছত তুমি আমি সকলো সুখী হম) কাত্যায়ন! প্ৰথমতে শক্তি সঞ্চয় কৰিবলৈ দিয়া, তাৰ পাছত ক্ষমাৰ বিচাৰ কৰিবা। বলা পৰ্ব্বতেশ্বৰ, সাৱধান!

( সকলোৱে প্ৰস্থান

## নবম দৃশ্য

### স্থান—নন্দৰ নাট্যশালা।

বন্দীৰ বেশত সুবাসিনী আৰু ৰাক্ষস।

নন্দ। অমাত্য ৰাক্ষস! এইটো কেনেকুৱা মন্ত্ৰণা আছিল? এই চিঠিখন তুমি লিখিছিলা নেকি ?

ৰাক্ষস। ( চিঠিখন লৈ পঢ়ে )—"সুবাসিনী, এই স্ত্ৰীৰ লগত সেই কাৰাগাৰৰ পৰা সোনকালে পলাই আহাঁ আৰু মোৰ লগত দেখা কৰাহি। মই উত্তৰাপথত নতুন ৰাজ্য স্থাপন কৰিব খুজিছোঁ। নন্দক পিচত চাম" আদি। ( নন্দৰ ফালে চাই ) আচৰিত! মইতো এইবোৰ লিখা নাই। এইটো কেনেকুৱা প্ৰবঞ্চনা, আন কাৰো নহয় সেই ব্ৰাহ্মণ চাণক্যৰ। মহাৰাজ! সৰ্তক হৈ থাকক, আপোনাৰ নিজৰ পৰিয়াল আৰু নিজৰ পক্ষৰ মানুহৰ ওপৰত অবিশ্বাস নকৰিব, কিবা ভয়ানক ঘটনা হব লগীয়া আছে ই তাৰে সূত্ৰপাত।

নন্দ। এইদৰে মোক প্ৰতাৰণা কৰিব নোৱাৰিবা। চোৱাঁ, এইয়া তোমাৰ মুদ্ৰা। ( মুদ্ৰা দিয়ে মুদ্ৰা দেখি ৰাক্ষসে তলমূৰ কৰে। )

নন্দ। অকৃতজ্ঞ! ক, উত্তৰ দে।

ৰাক্ষস। মই কলেও আপুনিনো কিয় মানি লব।

নন্দ। তেতিয়াহলে আজি তোমালোকো সেই অন্ধকূপলৈকে যাব লাগিব। প্ৰতিহাৰী!

( ৰাক্ষসক বন্দী কৰা হয়। নাগৰিকৰ প্ৰবেশ। ৰাক্ষসক শিকলি-বদ্ধ অৱস্থাত দেখি সকলোৰে ভিতৰত উত্তেজনা )

নাগৰিক। সম্ৰাট! আপোনাৰ ওচৰত মগধৰ প্ৰজাই প্ৰাৰ্থনা কৰিছে যে নাগৰিক, ৰাক্ষস আৰু আন সকলো মানুহৰ ওপৰত ৰাজদণ্ডৰ দ্বাৰা যি অত্যাচাৰ কৰা হৈছে আকৌ তাৰ বিচাৰ কৰা হওক।

নন্দ। কিয়? মোৰ ওপৰত তোমালোকৰ অবিশ্বাস হৈছে নেকি?

নাগৰিক। ইয়াৰ প্ৰমাণ—শকটাৰ, বৰৰুচি আৰু মৌৰ্য্য।

নন্দ। ( তেওঁলোকক দেখি ) শকটাৰ! তই এতিয়াও জীয়াই আছ?

শকটাৰ। জীয়াই আছোঁ নন্দ! ভাগ্য সম্ৰাটতকৈও প্ৰবল।

নন্দ। এইবোৰ মই কি দেখিছোঁ! প্ৰতিহাৰী, প্ৰথমতে এই বিদ্ৰোহীবোৰক বন্দী কৰা। তোমালোকেই এওঁলোকক মুক্ত কৰিছা নেকি?

নাগৰিক। এওঁলোকৰ ন্যায়-বিচাৰ আমাৰ আগত কৰা হওক, যাৰ দ্বাৰা ৰাজ-নিয়মৰ ওপৰত আমাৰ বিশ্বাস জন্মে সম্ৰাট! ন্যায়ৰ গৌৰৱ ৰক্ষা কৰিবৰ কাৰণে এওঁলোকৰ অপৰাধৰ কথা শুনিবলৈ আপোনাৰ প্ৰজাই ইচ্ছা কৰে।

নন্দ। এতিয়া প্ৰজাৰ ইচ্ছাতহে ৰজাও চলিব লাগিব নেকি?

নাগৰিক। হয় মহাৰাজ।

নন্দ। তোমালোক সকলোৱেই বিদ্ৰোহী নেকি?

শকটাৰ। মোৰ সাতোটা নিৰপৰাধ সন্তানৰ তেজ!

নাগৰিক। ন্যায়-বিচাৰৰ অন্তৰালত ইমান ভয়ানক নৃশংসতা!

নন্দ। প্ৰতিহাৰী! এই সকলোকে বন্দী কৰি পেলোৱা।

( এফালেদি প্ৰতিহাৰীয়ে সকলোকে বান্ধিবলৈ উদ্যত হয়, আন ফালেদি সৈনিক লগত লৈ চন্দ্ৰগুপ্তৰ প্ৰবেশ। )



চন্দ্ৰগুপ্ত। ৰবা ( সকলো স্তব্ধ হৈ যায় ) মহাৰাজ নন্দ! আমি সকলো আপোনাৰ প্ৰজা, আমি মানুহ, আমাক পশু হবলৈ সুযোগ নিদিব।

বৰৰুচি। এইটো সুবিচাৰৰ কথা, যদি ভালে ভালে বিচাৰ হৈ যায় তেতিয়া হলে উপদ্ৰৱ কৰাৰ কি প্ৰয়োজন?

নন্দ। ( স্বগত ) বিভীষিকা! বিপত্তি! সকলো অপৰাধী আৰু বিদ্ৰোহী একেলগে গোট খাইছে। ( অলপ ভাবি প্ৰকাশ্যভাবে ) বাৰু মৌৰ্য্য! তুমি আমাৰ সেনাপতি, আৰু তুমি বৰৰুচি! তোমালোকক ক্ষমা কৰিছোঁ।

শকটাৰ। আৰু আমাক সোধা, আমাক নন্দ! নিজৰ নৃশংসতাক সোধা। ক্ষমা? কোনে কৰিব? তুমি? কেতিয়াও নহয়। তোমাৰ ঘৃণিত অপৰাধৰ বিচাৰ হব।

নন্দ। ( খঙত থিয় হৈ ) তেতিয়াহলে মূৰ্খ! নন্দৰ নিষ্ঠুৰতা! প্ৰতিহাৰী! ৰাজ-সিংহাসন সঙ্কটত! আহাঁ, আজি আমি প্ৰজাৰ লগত যুঁজিব লাগিব।

( প্ৰতিহাৰী আগবাঢ়ি আহে—অলপ যুদ্ধ হোৱাৰ পাছত ৰাজপক্ষৰ কিছুমান লোকৰ মৃত্যু হয়—আৰু এজন সৈনিকে আহি নগৰৰ ওপৰত আক্ৰমণ হোৱাৰ সূচনা দিয়ে। চন্দ্ৰগুপ্তই যুদ্ধ কৰি কৰি নন্দক বন্দী কৰে। চাণক্যৰ প্ৰবেশ। )

চাণক্য। নন্দ! শিখা খোলা আছে, আকৌ টানিবলৈ ইচ্ছা হৈছে নেকি? সেই কাৰণেই আহিছোঁ। ৰাজপদৰ অপবাদ নন্দ! আজি তোমাৰ বিচাৰ হব।

নন্দ। তুমি ব্ৰাহ্মণ্‌। মোৰ অন্নৰ দ্বাৰা প্ৰতিপালিত দৰিদ্ৰ ব্ৰাহ্মণ্‌! তুমি মগধৰ সম্ৰাটৰ বিচাৰ কৰিবা। তোমালোক সকলো ডকাইত, ডাকু। বিপ্লৱী—অনাৰ্য্য।

চাণক্য। ( ৰাজ-সিংহাসনৰ ওচৰ চাপি ) নন্দ! তোমাৰ ওপৰত ইমানবোৰ অভিযোগ আছে—মহাপদ্মৰ হত্যা, শকটাৰক বন্দী, তেওঁৰ সাতজন পুতেকক ভোকত আতুৰ কৰি মৰা, সেনাপতি মৌৰ্য্যৰ হত্যাৰ উদ্যোগ—তেওঁৰ পত্নী আৰু বৰৰুচিক বন্দী কৰা—কিমান কুলীন কুমাৰীৰ সতীত্ব নাশ—গোটেই নগৰত ব্যভিচাৰৰ সোঁত বোওৱা—দেৱোত্তৰ আৰু অনাথ

বৃত্তিৰ অপহৰণ! শেষত সুবাসিনীৰ ওপৰত অত্যাচাৰ—শকটাৰৰ একমাত্ৰ জীৱিত সন্তান সুবাসিনী, যাক তুমি ঘৃণিত পাশবিক বৃত্তিৰ ...।

নাগৰিক। (মাজত ৰখাই দি চিঞৰি) যথেষ্ট হৈছে। এই পৈশাচিক লীলা শুনাৰ আৰু আৱশ্যক নাই। সকলো প্ৰমাণেই ইয়াত উপস্থিত।

চন্দ্ৰগুপ্ত। ৰব! (নন্দক) কিবা উত্তৰ দিব খোজে নেকি?

নন্দ। একো নাই।

(সকলোৱে "বধ কৰা! হত্যা কৰা" বুলি চিঞৰি উঠে।)

চাণক্য। তথাপি অলপ ভাবি চোৱা উচিত। নন্দ! আমি ব্ৰাহ্মন্, আমি তোমাৰ জীৱন ভিক্ষা কৰি তোমাক দান দিব পাৰোঁ—। লবা?

("ভিক্ষা নাপায়, নাপায়" বুলি সকলো উত্তেজিত হৈ উঠে। কল্যাণীক বন্দী অৱস্থাত লৈ পৰ্ব্বতেশ্বৰৰ প্ৰবেশ।)

নন্দ। আঃ! আই। অসহ্য! মোক ক্ষমা কৰা। চাণক্য! মই কল্যাণীক লগত লৈ হাবিত গৈ তপস্যা কৰিব খুজিছোঁ।

চাণক্য। নাগৰিকবৃন্দ! আপোনালোকে আদেশ দিয়ক।

শকটাৰ। (কটাৰী উলিয়াই নন্দৰ বুকুত বহুৱাই দিয়ে) সাত পুত্ৰৰ হত্যা! যদি এইদৰে মোৰ দ্বাৰা নন্দক সাত বাৰ হত্যা কৰা হয়, তেতিয়াহে মই তেওঁক ক্ষমা কৰিব পাৰিম। মগধ নন্দৰ অবিহনতো জীয়াই থাকিব পাৰিব।

বৰৰুচি। অনৰ্থ!

(সকলো স্তব্ধ হৈ ৰৈ যায়)

ৰাক্ষস। চাণক্য! মোৰ কিবা কবলৈ অধিকাৰ আছে নেকি?

চন্দ্ৰগুপ্ত। অমাত্য ৰাক্ষসৰ শিকলি খুলি দিয়া! আজি মগধৰ সকলো নাগৰিকেই স্বাধীন।

(ৰাক্ষস, সুবাসিনী আৰু কল্যাণীৰ বান্ধোন খুলি দিয়ে)

ৰাক্ষস। ৰাজ্য এইদৰে চলিব নোৱাৰে।

চাণক্য। তেতিয়া হলে?

ৰাক্ষস। শাসন পৰিষদৰ আয়োজন হব লাগিব।



নাগৰিক। আমি ৰাক্ষস, বৰৰুচি, শকটাৰ, চন্দ্ৰগুপ্ত আৰু চাণক্যৰ সন্মিলিত পৰিষদ ঘোষণা কৰিছোঁ।

চাণক্য। কিন্তু উত্তৰাপথৰ নিচিনা মগধত গণতন্ত্ৰৰ যোগ্যতা নাই, আৰু মগধৰ ওপৰত বিপদৰো যথেষ্ট আশঙ্কা আছে। প্ৰাচীন কালৰ পৰা মগধ সাম্ৰাজ্য হৈয়েই আছিল, এই কাৰণে ইয়াত এক শক্তিশালী আৰু সু-নিয়ন্ত্ৰিত শাসকৰ প্ৰয়োজন। আপোনালোকে এইটো কথা জানি থোৱা উচিত যে যৱন এতিয়াও আমাৰ বুকুৰ ওপৰতে থিয় হৈ আছে।

নাগৰিক। তেতিয়াহলে ইয়াৰ কাৰণে নো কোন উপযুক্ত?

চাণক্য। আপোনালোকেই ইয়াৰ বিচাৰ কৰক।

শকটাৰ। আমাৰ উদ্ধাৰ-কৰ্ত্তা, উত্তৰাপথত হোৱা বহুতো যুদ্ধৰ বিজেতা বীৰ চন্দ্ৰগুপ্ত।

নাগৰিক। জয় চন্দ্ৰগুপ্তৰ জয়!

চাণক্য। বাৰু চন্দ্ৰগুপ্ত, আগবাঢ়ি যোৱা! সিংহাসন শূন্য হৈ থাকিব নোৱাৰে। অমাত্য ৰাক্ষস! সম্ৰাটৰ অভিষেক কৰক।

(মৃত নন্দক আঁতৰোৱা হয়—কল্যাণী আন ফালে যায়। ৰাক্ষসে চন্দ্ৰগুপ্তক হাতত ধৰি সিংহাসনত বহুৱাই দিয়ে)।

সকলো নাগৰিক। সম্ৰাট চন্দ্ৰগুপ্তৰ জয়! মগধৰ জয়।

চাণক্য। মগধৰ স্বাধীন নাগৰিকসকলক অভিনন্দন! আজি আপোনা-লোকৰ ৰাষ্ট্ৰৰ নবীন জন্ম দিৱস! মনত ৰাখিব ঈশ্বৰে সকলো মানুহকে স্বাধীনভাবে জন্ম দিছে—কিন্তু ব্যক্তিগত স্বাধীনতা সিমানলৈকে দিব পৰা যায়—যত আনৰ স্বাধীনতাত বাধা নপৰে। এয়ে ৰাষ্ট্ৰীয় নিয়মৰ মূল কথা। বৎস চন্দ্ৰগুপ্ত! স্বেচ্ছাচাৰী শাসনৰ পৰিণাম তুমি স্বয়ং নিজেই দেখিলা—এতিয়া মন্ত্ৰী-পৰিষদৰ সন্মতি অনুসাৰে মগধ তথা আৰ্য্যাবৰ্ত্তৰ কল্যাণত লাগি যোৱা।

("সম্ৰাট চন্দ্ৰগুপ্তৰ জয়" জয়ধ্বনি)

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

স্থান—মগধৰ ৰাজ-উদ্যান।

কল্যাণী

কল্যাণী। মোৰ জীৱনত দুটা সপোন আছিল—দুৰ্দ্দিনৰ পাছত ওলোৱা উজ্জ্বল নক্ষত্ৰৰ নিচিনা চন্দ্ৰগুপ্তৰ ছবি, আৰু পৰ্ব্বতেশ্বৰৰ প্ৰতিশোধ। কিন্তু মগধৰ ৰাজকুমাৰী আজি নিজৰ উপবনতে বন্দিনী। মইতো সেয়েই—যাৰ ইঙ্গিতত এদিন মগধ সাম্ৰাজ্য চলিছিল। সেই শৰীৰ, সেই ৰূপ, সেই হৃদয়েই আছে —কিন্তু হেৰাই গৈছে অধিকাৰ আৰু মানুহৰ মানদণ্ডৰ ঐশ্বৰ্য্য! চাবলৈ গলে এতিয়া মই সকলোতকৈ তুচ্ছ। জীৱন লাজৰ ৰঙ্গমঞ্চ হৈ পৰিছে। (তলমূৰ কৰে) যেতিয়া নন্দবংশৰ কোনোৱেই জীৱিত নাথাকিল তেতিয়া এজনী ৰাজকুমাৰীয়েনো জীয়াই থাকি কি কৰিব?

(পৰ্ব্বতেশ্বৰক মদপী অৱস্থাত অহা দেখি কল্যাণী নিমাত হৈ যায়।)

পৰ্ব্বতেশ্বৰ। মগধ মোৰ—ইয়াৰ আধা ভাগ মোৰ—তথাপি মোক একো সোধা নহল। চন্দ্ৰগুপ্ত অকলেই সম্ৰাট হৈ গল। কেতিয়াও নহয়। মই জীয়াই থাকোঁতে এইটো কেতিয়াও হব নোৱাৰে। (আগফালে চাই) কোন? এইয়া কোনোবা অপেশ্বৰী নেকি?

(প্ৰস্থান)

কল্যাণী। মগধৰ ৰাজমন্দিৰ আগৰ দৰেই থিয় হৈ আছে। গঙ্গাই শোণৰ লগত আগৰ দৰেই মৰমত মিলিত হৈ আছে। নগৰত আগৰ দৰেই কোলাহল চলি আছে। কিন্তু নাই মাথোন এক নন্দ বংশ। তেতিয়া-হলে কি কৰিম? আত্মহত্যা কৰিম? নহয়, জীৱন ইমান সুলভ নহয়।



আহাঁ, চোঁৱা, সেই স্নিগ্ধ মধুৰ আলোকময়ী চন্দ্ৰমাক। যি-দৰে প্ৰত্যেক দিন এক দৃষ্টিত পৃথিৱীক চাই থাকে—সেইদৰে।······হে কুমুদ বন্ধু!

গীত গায়

মৃণাল বাহুৰ পৰশত ৰোমাঞ্চিত হৈ
ঢালি দিলোঁ প্ৰাণত থকা এখন ৰসৰ নৈ
ৰসৰ বেপাৰ ৰসৰ পোহাৰ ৰসেৰে ৰসক টানি
ৰসৰ মাজতে উটলোঁ বুৰিলোঁ সপোন আনি
মেলা ভাগি যাব হেৰাব লহৰ হেৰাব খেলাৰ চিন
স্মৃতিৰ মাজত সুৰৰ জোঁকাৰ হব যে তেনেই লীন
ৰিণি ৰিণি মাথোঁ থাকিব মনত প্ৰাণৰ প্ৰতিধ্বনি
মেলাৰ মাজৰ সকলো হেৰাব হেৰাব পোৱাল মণি।

(আকৌ পৰ্ব্বতেশ্বৰৰ প্ৰবেশ)

পৰ্ব্বতেশ্বৰ। সুন্দৰী তুমি কোন? মই ভুলত গুচি গৈছিলোঁ।

কল্যাণী। তুমিনো কোন?

পৰ্ব্বতেশ্বৰ। পৰ্ব্বতেশ্বৰ।

কল্যাণী। মই কল্যাণী, নগৰ অৱৰোধৰ সময়ত তুমি যাক বন্দী কৰিছিলা।

পৰ্ব্বতেশ্বৰ। ৰাজকুমাৰী! তুমিয়েই নন্দৰ কন্যা?

কল্যাণী। এৰা, পৰ্ব্বতেশ্বৰ।

পৰ্ব্বতেশ্বৰ। তোমাৰ লগত মোৰ বিয়া হোৱাৰ কথা আছিল?

কল্যাণী। এতিয়া যমৰ লগত হব।

পৰ্ব্বতেশ্বৰ। নহয় সুন্দৰী! বাৰিষাৰ দৰে এই ভৰা-যৌৱন।

কল্যাণী। সকলোকে কাঢ়ি লৈ অপমানো!

পৰ্ব্বতেশ্বৰ। তুমি নাজানা, মগধৰ আধা ৰাজ্য মোৰ—তুমি প্ৰিয়তমা হৈ সুখী হৈ থাকিব পাৰিবা।

কল্যাণী। মই এতিয়া আৰু সুখ নিবিচাৰোঁ। সুখ ভালনে দুঃখ ভাল—মই স্থিৰ কৰিব নোৱাৰিলোঁ—। তুমি আৰু এতিয়া মোক কটা-ঘাত লোণ নাসানিবা।

পৰ্ব্বতেশ্বৰ। তোমাৰ আৰু মোৰ মিলনত সম্পূৰ্ণ মগধ ৰাজ্য আমাৰ হৈ যাব। উত্তৰাপথৰ সঙ্কটময় পৰিস্থিতিৰ পৰা আঁতৰি ইয়াতে শান্তি পোৱা হব।

কল্যাণী। মনে মনে থাকা।

পৰ্ব্বতেশ্বৰ। সুন্দৰী! তোমাক দেখাৰ পাছত আৰু সেইটো হব নোৱাৰে।

( কল্যাণীক ধৰিব খোজে, তেওঁ আঁতৰি যায়, কিন্তু পৰ্ব্বতেশ্বৰে জোৰ কৰি ধৰে, কল্যাণীয়ে পৰ্ব্বতেশ্বৰৰ কটাৰীৰ দ্বাৰা তেওঁক বধ কৰে, চিঞৰ শুনি চন্দ্ৰগুপ্ত আহি পৰে। )

চন্দ্ৰগুপ্ত। কল্যাণী! কল্যাণী! এইয়া কি?

কল্যাণী। যি হব লগীয়া আছিল সেয়ে। চন্দ্ৰগুপ্ত! এই পশুৱে মোক অপমান কৰিব খুজিছিল—মোক ভ্ৰষ্ট কৰি নিজৰ সঙ্গিনী কৰি সম্পূৰ্ণ মগধ অধিকাৰ কৰিব খুজিছিল। কিন্তু মৌৰ্য্য! কল্যাণীয়ে কেৱল এজন পুৰুষকহে বৰণ কৰিছিল—তেওঁ আছিল চন্দ্ৰগুপ্ত।

চন্দ্ৰগুপ্ত। ই সঁচা নেকি কল্যাণী?

কল্যাণী। হয়, ই সঁচা, কিন্তু তুমি মোৰ পিতাৰ বিৰোধী আছিলা—সেই কাৰণে মই সেই প্ৰণয়ক, পবিত্ৰ প্ৰেম পীড়াক ভৰিৰে গচকি থিয় হৈ আছিলোঁ। এতিয়া আৰু মোৰ কাৰণে একো অৱশিষ্ট নৰল। পিতা। ৰবা, ময়ো গৈছোঁ।

( হঠাৎ নিজৰ বুকুত কটাৰী বহুৱাই আত্মহত্যা কৰে, চন্দ্ৰগুপ্তই কল্যাণীক কোলাত তুলি লয়। )

চাণক্য। ( প্ৰবেশ কৰি ) চন্দ্ৰগুপ্ত আজিৰ পৰা তুমি নিষ্কণ্টক হলা।

চন্দ্ৰগুপ্ত। গুৰুদেৱ! ইমান ক্ৰূৰতা!

চাণক্য। মহৎ আকাংক্ষাৰ মুক্তা নিষ্ঠুৰতাৰ শামুকৰ ভিতৰত সোমাই থাকে। বলা, নিজৰ কাম কৰা। বিবাদ কৰা তোমাৰ কাম নহয়। এতিয়া তুমি স্বচ্ছন্দ হৈ দক্ষিণ ফালে যাবলৈ আয়োজন কৰা।

( প্ৰস্থান )

( চন্দ্ৰগুপ্তই কল্যাণীক শুৱাই দিয়ে )

## দ্বিতীয় দৃশ্য

স্থান—বাট। ৰাক্ষস আৰু সুবাসিনী।

সুবাসিনী। ৰাক্ষস! মোক ক্ষমা কৰা।

ৰাক্ষস। কিয় সুবাসিনী! সেই বাধা যদি আৰু একমুহূৰ্ত্তৰ পাছত উপস্থিত হলহেঁতেন, তেতিয়া জানো আমি এই সামাজিক নিয়মৰ বান্ধোনত বান্ধ নাখালোহেঁতেন? এতিয়ানো এনেকুৱা কি হৈ গল?

সুবাসিনী। এতিয়া পিতাদেউৰ অনুমতি প্ৰয়োজন হল।

ৰাক্ষস। ( মুখ ভেঙ্গুচাই ) কিয়? এতিয়া তেওঁ তোমাৰ ওপৰত বেচি নিয়ন্ত্ৰণ কৰিছে নেকি? তোমাৰ বিগত জীৱনৰ লগত তেওঁৰ কোনো সম্বন্ধ নাই নেকি? কিয়............।

সুবাসিনী। অমাত্য! মই অনাথিনী আছিলোঁ—জীৱিকাৰ কাৰণে লাগিলে যিয়েই নকৰোঁ—কিন্তু নাৰীত্বক বেচা নাছিলোঁ।

ৰাক্ষস। সুবাসিনী! মই ভাবিছিলোঁ যে তোমাৰ কোলাত মূৰ থৈ জিৰণি লম আৰু মগধৰ মঙ্গলৰ কাৰণে নিজক সমৰ্পণ কৰিম। কিন্তু তুমি মোক আঘাত দিলা। তুমি জানো নাজানা যে মোৰ ভিতৰত এটা দুষ্ট পশু সদায় সচেষ্ট হৈ থাকে? সুযোগ নিদিবা, তাক নজগাবা। মোক পাপৰ পৰা ৰক্ষা কৰা।

সুবাসিনী। তোমাৰ প্ৰেমক মই প্ৰত্যাখ্যান কৰা নাই কিন্তু এতিয়া এই প্ৰস্তাৱ পিতাদেউৰ ওচৰত কৰা। তুমি মোৰ ৰূপ আৰু গুণৰ গৰাকী আৰু সঁচা-কৈয়ে গৰাকীয়েই, কিন্তু ৰাক্ষস! মই জানো যে বিয়াৰ যোগে নহৈ আন কোনো প্ৰকাৰে যদি মই তোমাৰ হৈ গলোঁহেঁতেন, তেতিয়াহলে তুমি অধিক সুখী হলাহেঁতেন। ইফালে মোৰ পিতা—যাৰ মানত মোৰ নিষ্কলঙ্ক চৰিত্ৰ নিতান্ত বাঞ্ছনীয় আছিল। তেওঁ মোক এই গেলা বোকাৰ পৰা পদুম ফুলৰ নিচিনাকৈ নিজৰ হাতত তুলি লৈছে। মোৰ চিৰদুঃখী পিতা। ৰাক্ষস, তুমি বাসনাত উত্তেজিত হৈ পৰিছা—সেই কাৰণে তুমি দেখা নাই যে সম্মুখত এক পৰিপূৰ্ণ হৃদয় ভগ্ন হৈ যাব,—এক পবিত্ৰ কল্পনা নষ্ট হৈ যাব।

ৰাক্ষস। এইটো মই মানি ললোঁহেতেঁন, হয়তো সম্পূৰ্ণভাবে বিশ্বাসো কৰিলোঁহেঁতেন, কিন্তু সুবাসিনী, মোৰ সন্দেহ হৈছে—চাণক্যৰ লগত তোমাৰ বাল্য পৰিচয় আছিল। বোধ কৰোঁ তুমি শক্তিশালীৰ উপাসনা·········

সুবাসিনী। ৰবা অমাত্য! মই চাণক্যক এক প্ৰকাৰে পাহৰিয়েই গৈছিলোঁ, তুমি এই অতীতৰ স্মৃতিক নজগাবা।

( প্ৰস্থান )

ৰাক্ষস। চাণক্যই পাহৰিব পাৰে? কেতিয়াও নহয়, তেওঁ ৰাজনীতিৰ আচাৰ্য্য হৈ যাওক—সংসাৰত্যাগী তপস্বী হৈ যাওক—কিন্তু তথাপিও মানসপটত যদি এবাৰ সুবাসিনীৰ ছবি অঙ্কিত হৈ গৈছে তেতিয়াহলে···ওহোঁ ( ভাবে )

( নেপথ্যত গীত )

মোৰ চকুৰ চাৱনিত কতনা হিয়াত
ফুলাই শত দল
মোৰ মৰমী মদিৰাত গোলাপী নিচাত
কৰে তলমল।
মোৰ নয়নত উঠে যে ভাঁহি
কামনা অবিৰল॥

ৰাক্ষস। ( সচেতন হৈ ) তেতিয়াহলে চাণক্যৰ লগত মোৰ আকৌ সংঘৰ্ষ হব? হবলৈ দিয়া। ইহে অতি সুখ-দায়ক হব। আজিৰ পৰা মোৰ এয়ে লক্ষ্য হব। শকটাৰক কি মুখেৰে প্ৰস্তাৱ কৰিম? তেওঁ সুবাসিনীক মোৰ হাতত সঁপি দিব, এইটো অসম্ভৱ। তেতিয়াহলে মগধত আকৌ এটা ধুমুহা আহিব। যাওক, চন্দ্ৰগুপ্তও নাই। চন্দ্ৰগুপ্ত যদি সম্ৰাট হব পাৰে তেনেহলে আন মানুহো ইয়াৰ অধিকাৰী হব পাৰে। কল্যাণীৰ মৃত্যুত বহুতো মানুহ উত্তেজিত হৈ আছে। অগ্নি প্ৰজ্জ্বলিত হৈ আছে—এতিয়া আহুতিৰহে প্ৰয়োজন।

( প্ৰস্থান )

## তৃতীয় দৃশ্য

### স্থান—পৰিষদ ভৱন

ৰাক্ষস। ( প্ৰবেশ কৰি ) তেতিয়াহলে বিজয়োৎসৱ নপতাত আপোনালোকৰ সন্মতি আছে নেকি? মগধৰ এই গৌৰৱ আৰু আনন্দমুখৰ দিনটো এইদৰেই কটাই দিব লাগিব নেকি?

শকটাৰ। মইতো উৎসৱ হোৱাটোকে বিচাৰোঁ, কিন্তু আৰ্য্য চাণক্যৰ ইয়াত আপত্তি আছে।

কাত্যায়ন। কোনো আড়ম্বৰ নোহোৱাকৈ যি কাম সমাধা হয় সেই কামেই মঙ্গলময় হয়।

( মৌৰ্য্য সেনাপতি আৰু তেওঁৰ পত্নীৰ প্ৰবেশ )

মৌৰ্য্য। চন্দ্ৰগুপ্ত এতিয়া বিজয়ী হৈ ঘূৰি আহিছে—আজিৰ নিচিনা দিনতো আমি আনন্দ-উৎসৱ কৰিব নোৱাৰিম নেকি? ৰাজকীয় আৱৰণৰ ভিতৰত এইটো আকৌ কেনেকুৱা দাসতা!

মৌৰ্য্য-পত্নী। তেতিয়াহলে এইটো কথাই পৰিষ্কাৰ হৈ যোৱা উচিত যে এই সাম্ৰাজ্যৰ অধীশ্বৰ কোন! বিজয়ী চন্দ্ৰগুপ্ত, অথবা ব্ৰাহ্মণ? নহলে এই পৰিষদ?

চাণক্য। ( ৰাক্ষসৰ ফালে চাই ) ৰাক্ষস! তোমাৰ মনৰ ভিতৰত কি আছে?

ৰাক্ষস। মই কি জানো, সকলোৰে ইচ্ছা।

চাণক্য। মই নিজৰ অধিকাৰ আৰু দায়িত্বৰ সম্বন্ধে সচেতন হৈ কৈছোঁ যে এই উৎসৱ হব নালাগে।

মৌৰ্য্য-পত্নী। তেতিয়াহলে মই এই পৰাধীনতাৰ ভিতৰত থাকিব নোখোজোঁ। ( মৌৰ্য্যক ) বুজিছে নহয়! আজিও আমি বন্দী।

মৌৰ্য্য। ( খঙত ) কি কলা, বন্দী? নহয়, এনেকুৱা হব নোৱাৰে। আমি

আহিলোঁ, চাওঁ আমাক ৰাখিবলৈ কাৰ সাধ্য আছে। মৌৰ্য্যই অপমান সহি জীয়াই থাকিব নাজানে। ব'লা—

( দুয়োৰো প্ৰস্থান )

( চাণক্য আৰু কাত্যায়নক এৰি সকলো গুচি যায় )

কাত্যায়ন। বিষ্ণুগুপ্ত, তুমি নিশ্চয় সকলো জানি-শুনিহে এনেকুৱা কৰিছা। তথাপি এইদৰে মৌৰ্য্য গুচি যোৱাত চন্দ্ৰগুপ্ত......

চাণক্য। বেয়া লাগিব ? কিয় ? ভাল লাগিবৰ কাৰণে মই কোনো কাম নকৰোঁ কাত্যায়ন! পৰিণামৰ সফলতাই মোৰ কামৰ পৰিণতি—। তোমাৰ যদি ইচ্ছা হয় তেতিয়াহলে তুমি গুচি যোৱা। কিন্তু বলকি নাথাকিবা।

( কাত্যায়নৰ প্ৰস্থান )

চাণক্য। বুজিব নোৱাৰিলোঁ। কিয় এনে কথাৰ পাক! ( ভাব-মগ্ন হৈ ) কিবা নতুন অধ্যায়ৰ পাতনি মেল খাব খুজিছে নেকি ? নিজৰ বিজয়ৰ ওপৰত মোৰ বিশ্বাস আছে, তথাপি এইয়া কি হৈছে ? ( ভাবে )

( সুবাসিনীৰ প্ৰবেশ )

সুবাসিনী। বিষ্ণুগুপ্ত!

চাণক্য। কোৱাঁ, সুবাসিনী!

সুবাসিনী। এতিয়া পৰিষদ ভৱনৰ পৰা যোৱাৰ পিচত পিতাদেউক বৰ দুঃখিত যেন দেখা গৈছে। তুমি কিবা অপমান কৰিলা নেকি ?

চাণক্য। এইটো কথা তোমাক কোনে কলে ? এই উৎসৱ বন্ধ কৰি দিলে সাম্ৰাজ্যৰ কোনো লাভ-লোকচান নহয়। মৌৰ্য্যৰ যি হৈছে সি মোৰ দায়িত্বত। মানেই হওক বা অপমানেই হওক ইয়াৰ বাবে মই জগৰীয়া, কিন্তু নিজৰ খুৰাদেউৰ নিচিনা শকটাৰক মই অপমান কৰিম, এইটো কথা তোমাৰ কেনেকৈ বিশ্বাস হল ?

সুবাসিনী। তেতিয়াহলে ৰাক্ষসে এইদৰে কিয়...... ।

চাণক্য। কলে ? অঁ ? সেইদৰেতো কোৱাই উচিত। তোমাৰো সেই কথাত পতিয়ন যোৱাই প্ৰয়োজন। নহয় জানো সুবাসিনী ?



সুবাসিনী। বিষ্ণুগুপ্ত! মই এক সমস্যাত পৰিছোঁ।

চাণক্য। এইটোও ঠিক—যে কেতিয়াবা তুমি নিজেই সমস্যা হৈ পৰিব খোজা।

সুবাসিনী। ঠাট্টা নকৰিবা, মোৰ ওপৰত যে তোমাৰ নিশ্চয় দয়া হব এই বিষয়ে মোৰ বিশ্বাস আছে।

চাণক্য। তোমাৰ লগত মোৰ সৰুৰে পৰা চিনাকি সুবাসিনী! যেতিয়া তুমি খেলাত হাৰি কান্দোনৰ ভিতৰতে হাঁহি পেলোৱা, তেতিয়া মই হাৰ মানি লওঁ। অভিনয় কৰি কৰি এতিয়াতো তোমাৰ এই অভ্যাসো বাঢ়ি গ'ল। ( চাই থাকে )

সুবাসিনী। এইয়া কি বিষ্ণুগুপ্ত, তুমি সংসাৰক নিজৰ হাতৰ মুঠিত ৰাখিবৰ সংকল্প কৰিছা। কিন্তু নিজক নহয়। আচা লৈ চোৱাঁ—তোমাৰ চকুত ই কিহৰ প্ৰতিচ্ছবি!

( প্ৰস্থান )

চাণক্য। কি ? মোৰ দুৰ্ব্বলতা ? নহয়! কোন আছে ?

প্ৰতিহাৰী। ( প্ৰবেশ কৰি ) জয় হওক আৰ্য্য! ৰথত মালবিকা আহিছে।

চাণক্য। তেওঁক পোনেই মোৰ ওচৰলৈ লৈ আহাঁ।

( প্ৰতিহাৰীৰ প্ৰস্থান, এজন গুপ্তচৰৰ প্ৰবেশ )

গুপ্তচৰ। আৰ্য্য! সম্ৰাটৰ মাক আৰু বাপেক দুয়ো এতিয়া ৰথত ওলাই গল।

( প্ৰস্থান )

চাণক্য। যাবলৈ দিয়া, এওঁলোক থাকিলে চন্দ্ৰগুপ্তৰ একাধিপত্যত বাধা পৰিব, হয়তো স্নেহ বশত তেওঁলোকে কিবা নহয় কিবা কৰি পেলাব।

( দ্বিতীয় গুপ্তচৰৰ প্ৰবেশ )

গুপ্তচৰ। ( অভিবাদন কৰি ) জয় হওক আৰ্য্য! বাহ্লীকত নতুন বিপ্লৱৰ সৃষ্টি হৈছে। বিজেতা চেলিউকচ পশ্চিমৰ ৰাজনীতিৰ পৰা স্বাধীন হৈ গৈছে। এতিয়া তেওঁ পুবফাললৈ চকু দিছে। বাহ্লীকৰ সীমাত নতুন যৱন সেনাৰ অস্ত্ৰ-শস্ত্ৰ জিলিকিব লাগিছে।

চাণক্য। ( উচপ্ খাই ) আৰু গান্ধাৰৰ সমাচাৰ ?

গুপ্তচৰ। এতিয়াও কোনো নতুন বাতৰি নাই।

চাণক্য। যোৱা। (গুপ্তচৰৰ প্ৰস্থান) তাৰো সময় আহি গল নেকি? তেতিয়াহলে ভালেই হৈছে। ব্ৰাহ্মণ্! নিজৰ প্ৰতিজ্ঞাত অটল হৈ থাক। কোনো চিন্তা নাই। সময়ত সকলো সুযোগ নিজেই আহি যাব।

(ওপৰলৈ চাই হাঁহে—মালবিকাৰ প্ৰবেশ)

মালবিকা। আৰ্য্য! প্ৰণাম! সম্ৰাটে আপোনাৰ শ্ৰীচৰণত শতকোটি সেৱা জনাই নিবেদন কৰিছে যে আপোনাৰ আশীৰ্ব্বাদত দক্ষিণাপথত অভূতপূৰ্ব্ব সফলতা প্ৰাপ্ত হৈছে। কিন্তু সুদূৰ দক্ষিণলৈ যাবলৈ আপোনাৰ নিষেধৰ কথা শুনি ঘূৰি আহিছোঁ, সীমান্তত থকা ৰাষ্ট্ৰবোৰেও আমাৰ লগত মিত্ৰতা স্বীকাৰ কৰি লৈছে।

চাণক্য। মালবিকা, বিশ্ৰাম কৰা, সকলো কথাৰ বিৱৰণ একেলগে শুনিম।

মালবিকা। কিন্তু আৰ্য্য! ৰাজধানীত দেখোন অভিনন্দনৰ কোনো আয়োজন হোৱা নাই।

চাণক্য। মালবিকা! পাটলীপুত্ৰ ষড়যন্ত্ৰৰ কেন্দ্ৰস্থল হৈ পৰিছে। সাৱধান! তুমিয়েই চন্দ্ৰগুপ্তৰ প্ৰাণ ৰক্ষা কৰিব লাগিব।

## চতুৰ্থ দৃশ্য

চন্দ্ৰগুপ্তৰ প্ৰকোষ্ঠত প্ৰবেশ।

চন্দ্ৰগুপ্ত। বিজয়ৰ সীমা আছে। কিন্তু অভিলাষৰ নাই। মন অতিষ্ঠ হৈ পৰিছে। নানাৰকম কামৰ জঞ্জালৰ পৰা একমুহূৰ্ত্তও আজৰি নাই। গুৰুদেৱে যে আৰু কি বিচাৰিছে কব নোৱাৰোঁ। ইমান উদাস কিয়? মালবিকা!

মালবিকা। (প্ৰবেশ কৰি) সম্ৰাটৰ জয় হওক।

চন্দ্ৰগুপ্ত। মই সকলোৰে পৰা নিলগ হৈ এটা ভয়ৰ বস্তু হৈ পৰিছোঁ, মোৰ কোনোৱেই অন্তৰঙ্গ নাই, এতিয়া তুমিও মোক সম্ৰাট বুলি সম্বোধন কৰিছা!



মালবিকা। দেৱ! তেন্তিয়াহলে মই কি কম?

চন্দ্ৰগুপ্ত। মনত পৰেনে,—মালৱৰ উপবন আৰু তাত মই অতিথি হৈ থকা?

মালবিকা। সম্ৰাট! কিন্তু এতিয়াও আগত কিমান ভয়ানক সংঘৰ্ষ আছে।

চন্দ্ৰগুপ্ত। সংঘৰ্ষ! যদি যুদ্ধ চাব খোজা তেতিয়া হলে মোৰ অন্তৰ ফালি চোৱা মালবিকা! আশা আৰু নিৰাশাৰ যুদ্ধ, ভাবৰ লগত অভাৱৰ যুদ্ধ। মোৰ কোনো অভাৱ নাই, তথাপি কব নোৱাৰোঁ কোনে মোৰ হৃদয়ত ৰিক্ততাৰ চিন আঁকি দিছে। মালবিকা, তুমি কেৱল মোৰ দেহৰক্ষীয়েই নহয়, মোৰ বিশ্বাসৰ—বন্ধুত্বৰ প্ৰতিকৃতি! চোৱা, মই দৰিদ্ৰ হওঁনে নহওঁ! তোমাৰ আগত মোৰ কোনো ৰহস্য গোপনীয় হৈ থকা নাই। মোৰ অন্তৰত কিবা আছেনে নাই খপিয়ালেও বুজিব নোৱাৰানে?

মালবিকা। আপুনি মহাপুৰুষ, আপোনাৰ ভিতৰত সাধাৰণজন-দুৰ্লভ দুৰ্ব্বলতা থকা উচিত নহয়। দেৱ! বহুদিনৰ পাছত মই এডাল মালা গাথিছোঁ— (মালা পিন্ধায়)

চন্দ্ৰগুপ্ত। মালবিকা! এই ফুলৰ ৰস যে ভোমোৰাই চুহি পেলাইছে।

মালবিকা। নিৰীহ ফুলৰ ওপৰত দোষাৰোপ কিয়? তাৰ কামেই হৈছে সৌৰভ বিলোৱা; ই তাৰ মুক্ত দান! ইয়াক লাগিলে ভ্ৰমৰেই লওক বা পৱনেই লওক।

চন্দ্ৰগুপ্ত। কিবা এটা গোৱাচোন মালবিকা। যাতে মোৰ মনটো অলপ শান্ত হব পাৰে।

(মালবিকাই গায়)

ভ্ৰমৰ অলিৰ গুঞ্জৰণে
মলয় আহি কাণে কাণে।
বাৰ্ত্তা দিলে কোন জনমৰ
নবীন সুধা প্ৰাণে প্ৰাণে॥
ফুল কলি চুমি উড়িলে অলি—
ৰেণু ৰেণু কৈ সুৰভি বিলাই
লগ্ন উকলি যায়।

উদাসী মোৰ নয়ন দুটিত কেনিও জিৰণি নাই।
ভ্ৰমৰ অলিৰ গুঞ্জৰণে
বনে বনে মনে
নবীন বাৰ্ত্তা আনে ॥

চন্দ্ৰগুপ্ত। মালবিকা! মানুহৰ মন ভ্ৰমৰতকৈও চঞ্চল আৰু পৱনতকৈও গতিশীল।

মালবিকা। তাক নিগ্ৰহ কৰাই মহাপুৰুষৰ স্বভাৱ দেৱ!

(প্ৰতিহাৰীৰ প্ৰবেশ আৰু সংকেত—তেওঁৰ লগত কথা পাতি মালবিকা ঘূৰি আহে)

চন্দ্ৰগুপ্ত। কি হ'ল?

মালবিকা। একো নহয়, প্ৰতিহাৰীয়ে কৈছে যে এই প্ৰাচীন ৰাজমন্দিৰ এতিয়াও চাফ-চিকুন হোৱা নাই। সেই কাৰণে মই চন্দ্ৰ সৌধত আপোনাৰ শোৱাৰ দিহা কৰিবলৈ দিছোঁ।

চন্দ্ৰগুপ্ত। তোমাৰ যি ইচ্ছা। (পান কৰে)। আৰু অলপ গোৱা মালবিকা, আজি তোমাৰ কণ্ঠ-স্বৰত যেন স্বৰ্গীয় মাধুৰ্য্য উপচি পৰিছে।

(মালবিকাই গায়)

আঁঠো প্ৰহৰৰ মধুৰ সুৰত
বাজি আছে কাৰ মোহন বাঁহী?
আজিও হিয়াত জিলিকিছে কাৰ
ভুবন ভুলোৱা মধুৰ হাঁহি!
এতিয়াও যেন বতাহে বতাহে
ভাহিছে সেই সুৰ লহৰ।

(ছদ্মবেশীৰ প্ৰবেশ)

জয় হওক দেৱ! শয়নৰ সময় হল।

(প্ৰতিহাৰী আৰু ছদ্মবেশীৰ লগত চন্দ্ৰগুপ্তৰ প্ৰস্থান)

মালবিকা। যোৱা প্ৰিয়তম, সুখী জীৱন যাপন কৰিবৰ কাৰণে—আৰু মই ৰলোঁ, চিৰ-দুঃখী জীৱন শেষ কৰিবৰ কাৰণে। জীৱন এক প্ৰশ্ন, আৰু মৰণ তাৰ অটল উত্তৰ। আৰ্য্য চাণক্যৰ আদেশ যে "আজি ঘাতক এই শয়ন-গৃহলৈ আহিব—সেই কাৰণে চন্দ্ৰগুপ্ত যেন ইয়াত শুবলৈ নাপায়। আৰু ষড়যন্ত্ৰকাৰীসকলক ধৰা হয়।" (বিচনাত বহি) ই চন্দ্ৰগুপ্তৰ শয্যা। আহঃ। আজি প্ৰাণত কিমান মাদকতা। মই ...... ..ক'ত আছোঁ? ক'ত? স্মৃতি, তই মোৰ দৰে শুই থাক। অনুৰাগ, তই তেজতকৈও ৰঙা হৈ যা।



(গীত গায়)

অ' মোৰ জীৱন স্মৃতি! হিয়াৰ আতুৰ অনুৰাগ
সোণ বৰণীয়া উষা কিৰণত
গোৱা কোন মনোহৰ ৰাগ ॥
চেতনা সাগৰ উৰ্ম্মি উতলা
কম্পনময় ই কি তান!
উঠে শুনি পুলকিত প্ৰাণ ॥
মোৰ হৃদয়ৰ গোপন লোকৰ
অনঙ্গ অনুৰাগ!
সেই অতীতৰ বলিয়া সুৰত
আকৌ এবাৰ জাগ ॥

## পঞ্চম দৃশ্য

### ৰাতিপুৱা—ৰাজমন্দিৰৰ এক প্ৰান্ত।

চন্দ্ৰগুপ্ত। (ইফালে-সিফালে ঘূৰি ফুৰে) চতুৰ সেৱকৰ দৰে সংসাৰক জগাই দি আন্ধাৰ আঁতৰি গল। ৰজনীৰ নিস্তব্ধতা চঞ্চলতাত পৰিণত হৈ পৰিল। নীল আকাশ স্বচ্ছ হৈ আহিল—উষাৰ শুভ্ৰ চাদৰ গাত লৈ নিদ্ৰা-ক্লান্ত নিশা নিদ্ৰাৰ কোলাত আশ্ৰয় লবলৈ গল। ই জাগৰণৰ সুযোগ। জাগৰণৰ অৰ্থ হৈছে কৰ্ম্মক্ষেত্ৰত অৱতীৰ্ণ হোৱা। আৰু কৰ্ম্মক্ষেত্ৰই বা কি?

জীৱন সংগ্ৰাম ! কিন্তু ইমান সংঘৰ্ষ কৰিও মই যেন কোনোৱেই নহওঁ। মোৰ সত্বা এটা কাঠৰ পুতলাৰ নিচিনা। তেতিয়াহলে……মোৰ পিতা, মোৰ মাতা, এওঁলোকৰ তো সন্মানৰ আৱশ্যক আছিল। তেওঁলোক গুচি গল, এইটো কথা মই লক্ষ্য কৰিছোঁ যে এই আনন্দ-উৎসৱ উপভোগ কৰাৰ পৰা নাগৰিককহে নালাগে, মোৰ আত্মীয়-কুটুম্বকো বঞ্চিত কৰা হৈছে। এই পৰাধীনতা আৰু কিমান দিন থাকিব ? প্ৰতিহাৰী !

প্ৰতিহাৰী। ( প্ৰবেশ কৰি ) জয় হওক দেৱ !

চন্দ্ৰগুপ্ত। আৰ্য্য চাণক্যক সোনকালে লৈ আহাঁ।

( প্ৰতিহাৰীৰ প্ৰস্থান )

চন্দ্ৰগুপ্ত। ( অস্থিৰভাৱে ঘূৰি ফুৰে ) প্ৰতিকাৰৰ প্ৰয়োজন।

( চাণক্যৰ প্ৰবেশ )

চন্দ্ৰগুপ্ত। প্ৰণাম আৰ্য্য !

চাণক্য। কল্যাণ হওক আয়ুষ্মন ! আজি তোমাৰ প্ৰণাম দেখোন অলপ গধুৰ গধুৰ যেন লাগিছে।

চন্দ্ৰগুপ্ত। মই কিবা এটা কথা সুধিব খুজিছোঁ।

চাণক্য। এইটোতো মই আগতেই বুজিছিলোঁ। তুমি নিজৰ অভ্যৰ্থনাৰ কাৰণে কেঁচুৱা লৰাৰ নিচিনাকৈ ঠেহ পাতিছা নেকি ?

চন্দ্ৰগুপ্ত। নহয় আৰ্য্য। মোৰ আই বোপাই—মই জানিব খুজিছোঁ যে তেওঁলোকক কোনে নিৰ্ব্বাসিত কৰিলে ?

চাণক্য। কি ? জানিলে তেওঁক বধ কৰিবা নেকি ?

( হাঁহে )

চন্দ্ৰগুপ্ত। নাহাঁহিব। গুৰুদেৱ ! এইটো মই জানো যে আপোনাৰ মৰ্য্যাদা ৰখা উচিত। কিন্তু তেওঁলোক যে মোৰ আই-বোপাই, সেইটো কথা আপুনিও জনা উচিত।

চাণক্য। সেই কাৰণেহে তেওঁলোকক মই উপযুক্ত সুযোগ দিছোঁ। তেওঁলোকে বাণপ্ৰস্থাশ্ৰম গ্ৰহণ কৰিছে। সেইবাবে তেওঁলোকৰ শান্তিৰ আৱশ্যক আছিল। ইয়াত খেদ কৰিবলৈ কি আছে ?

চন্দ্ৰগুপ্ত। এই অক্ষুণ্ণ অধিকাৰ আপুনি কেনেকৈ ভোগ কৰি আছে ? কেৱল



সাম্ৰাজ্যই নহয়—আপুনি দেখিছোঁ মোৰ আত্মীয়-কুটুম্বৰ নিয়ন্ত্ৰণো নিজৰ হাতত ৰাখিব খুজিছে।

চাণক্য। চন্দ্ৰগুপ্ত ! মই ব্ৰাহ্মণ্ ! মোৰ সাম্ৰাজ্য কৰুণাৰ আছিল, মোৰ ধৰ্ম্ম প্ৰেমৰ আছিল। আনন্দ-সমুদ্ৰৰ, শান্তি-দ্বীপৰ অধিবাসী ব্ৰাহ্মণ্ মই, চন্দ্ৰ, সূৰ্য্য আৰু নক্ষত্ৰ মোৰ দীপক আছিল, অনন্ত আকাশ চন্দ্ৰতাপ আছিল, শস্য-শ্যামলা কোমল বিশ্বম্ভৰা আছিল মোৰ শয্যা। বুদ্ধিগত বিনোদ কৰ্ম্ম, আৰু সন্তোষেই মোৰ ধন আছিল। সেই ব্ৰাহ্মণক, সেই তপোবনক এৰি মই কলৈ আহিলোঁ ? সহৃদয়তাৰ ঠাইত কুচক্ৰান্ত, ফুলৰ ঠাইত কাঁইট আৰু প্ৰেমৰ ঠাইত ভয়। জ্ঞানামৃতৰ পৰিবৰ্ত্তে কুমন্ত্ৰণা—আৰু কিমান পতন হব পাৰে। লৈ থোৱা মৌৰ্য্য চন্দ্ৰগুপ্ত। নিজৰ অধিকাৰ কাঢ়ি লোৱা। তেতিয়াহলে মোৰ পুনৰ্জন্ম হব। ৰাজনীতিৰ কুচক্ৰত মোৰ জীৱন কুৎসিত আৰু কলঙ্কিত হৈ উঠিছে। কোনো ছাঁয়াচিত্ৰ, কোনো কাল্পনিক মহত্বৰ পাছত ভ্ৰমপূৰ্ণ অনুসন্ধানৰ মৰীচিকা খেদি ফুৰি শান্তি হেৰুৱাই পেলাইছোঁ। নিজৰ স্বৰূপ পাহৰি পেলাইছোঁ। এতিয়া মই বুজিছোঁ যে মই ক'ত আৰু কিমান তলত।

( প্ৰস্থান )

চন্দ্ৰগুপ্ত। যাবলৈ দিয়া। ( দীৰ্ঘ-নিশ্বাস লৈ ) তেতিয়া হলে মই অসমৰ্থ নেকি ? ওহোঁ, সকলো ঠিক হৈ যাব।

সিংহৰণ। ( প্ৰবেশ কৰি ) সম্ৰাটৰ জয় হওক। কিছুমান বিদ্ৰোহী আৰু ষড়যন্ত্ৰকাৰীক ধৰা পেলোৱা হৈছে। এটা বৰ দুঃখ লগা ঘটনা ঘটিল।

চন্দ্ৰগুপ্ত। ( উচপ্ খাই )—কি ?

সিংহৰণ। মালবিকাৰ হত্যা… ( গদ্গদ্ কণ্ঠত ) আপোনাৰ সাজ পিন্ধি তেওঁ আপোনাৰ বিচনাতে শুই আছিল।

চন্দ্ৰগুপ্ত। তেতিয়াহলে এই কাৰণেই তেওঁ মোৰ শয়নৰ ব্যৱস্থা আন কোঠাত কৰিছিল। আহঃ। মালবিকা !

সিংহৰণ। আৰ্য্য চাণক্যৰ সূচনা পাই আমাৰ নায়কে সম্পূৰ্ণ দল লৈ ৰাজমন্দিৰ ৰক্ষা কৰাত প্ৰস্তুত হৈ আছিল। এখন সৰু যুদ্ধ হোৱাৰ পাছত সেই হত্যাকাৰীসকলক ধৰা হল। কিন্তু তেওঁলোকৰ নেতা ৰাক্ষস পলাই গল।

চন্দ্রগুপ্ত। কি? ৰাক্ষস তাৰ নেতা আছিল নেকি?

সিংহৰণ। হয় সম্রাট! গুৰুদেৱক মতা হওক।

চন্দ্রগুপ্ত। সেইটোতো হব নোৱাৰে, তেওঁ গুচি গল। সম্ভৱ কেতিয়াও নুভটিব।

সিংহৰণ। এনেকুৱা হল কিয়? আপুনি কিবা কলে নেকি?

চন্দ্রগুপ্ত। এৰা সিংহৰণ। মই মোৰ আই-বোপাই গুচি যোৱাৰ কাৰণ সুধিছিলোঁ।

সিংহৰণ। (উশাহ লৈ) তেতিয়াহলে ভাগ্যই কিবা অদৃষ্টৰ সৃষ্টি কৰি আছে। সম্রাট, মই গুৰুদেৱক বিচাৰি যাওঁ।

চন্দ্রগুপ্ত। (বিৰক্তিৰে) বাৰু যোৱা। অধিক আনন্দ আৰু অধিক উন্নতিৰ পাছত দুঃখ আৰু পতন হোৱাটোৱেই স্বাভাৱিক।

(সিংহৰণৰ প্ৰস্থান)

চন্দ্রগুপ্ত। পিতা গল, মাতা গল, গুৰুদেৱ গল আৰু কান্ধত কান্ধ লগাই প্ৰাণ দিওঁতা চিৰসহচৰ সিংহৰণ গল। তথাপি চন্দ্রগুপ্ত থাকিব লাগিব—আৰু থাকিবও। কিন্তু মালবিকা! আহঃ। সেই স্বৰ্গীয় কুসুম!

(চিন্তিত ভাবে প্ৰস্থান)

## ষষ্ঠ দৃশ্য

স্থান—সিন্ধু নৈৰ পাৰত এক পৰ্ণ কুটীৰ।

চাণক্য আৰু কাত্যায়ন।

চাণক্য। কাত্যায়ন, সেইটো হব নোৱাৰে। মই আৰু এতিয়া মন্ত্ৰীত্ব গ্ৰহণ নকৰোঁ। কোনো প্ৰকাৰে যদি তুমি মোৰ ভেদ ভাঙ্গি দিয়া তেতিয়াহলে মগধৰ অনিষ্টহে কৰিবা।

কাত্যায়ন। তেন্তে মই কি কৰিম? চাণক্য, মোৰ আৰু এতিয়া এই ৰাজ-কাৰ্য্যৰ ভিতৰত সোমাবলৈ মন যোৱা নাই।



চাণক্য। যেতিয়ালৈকে গান্ধাৰৰ উপদ্ৰৱ আছে—তেতিয়ালৈকে তুমি বাধ্য হৈ থাকিবই লাগিব। কোৱাঁ, নতুন বাতৰি কি আনিছা?

কাত্যায়ন। ৰাক্ষসে চেলিউকচৰ জীয়েকক পঢ়াবৰ কাৰণে তাতে আছে আৰু এই সকলো কুচক্ৰান্ত তেওঁৰেই। তেওঁ এই কেইদিনৰ ভিতৰতে বাহ্লীকৰ ফালে গৈছে। মই মোৰ সূত্ৰ সম্পূৰ্ণ কৰিলোঁ, সেই কাৰণে তাৰ পৰা অৱসৰ লৈ আহিছোঁ। চাণক্য, এতিয়া মই মগধলৈ যাব খুজিছোঁ। যৱন শিবিৰলৈ যোৱা মোৰ কাৰণে এতিয়া অসম্ভৱ।

চাণক্য। যিমান সোনকালে পাৰা মগধলৈ যোৱা, মই সিংহৰণক সাজু কৰি থৈছোঁ। তুমি চন্দ্রগুপ্তক পঠোৱা। সাৱধান, মই যে ইয়াত সেইটো কথা যেন তেওঁ জানিব নোৱাৰে, যথা সময়ত মই স্বয়ং উপস্থিত হমগৈ। ভাবি চোৱাঁ কাত্যায়ন, শকটাৰ আৰু তোমাৰ ভৰসাতে মগধ ৰৈ আছে। কাত্যায়ন, যদি সুবাসিনীক পঠিয়ালাহেঁতেন তেতিয়াহলে এই কাম সহজতে সিদ্ধি হলহেঁতেন, বুজিছা?

কাত্যায়ন। (হাঁহি) এইটো জানি মই সুখী হৈছোঁ যে তুমি……সুবাসিনী বাৰু……বিষ্ণুগুপ্ত! গাৰ্হস্থ জীৱন কিমান সুন্দৰ!

চাণক্য—মূৰ্খ হৈছা নেকি? এতিয়া আমি দুয়ো একেলগে বিয়া কৰাম।

কাত্যায়ন। মই? মোৰ নহয়……মোৰ যে গৃহিণী আছে।

চাণক্য। (হাঁহি) এখন বিয়া আৰু হওক। বাৰু কোৱাঁ, কামৰ কিমান দূৰ আগ বাঢ়িছে।

কাত্যায়ন। (চিঠি দি) অ' এইয়া লোৱা যৱন শিবিৰৰ বিৱৰণ। কিন্তু বিষ্ণুগুপ্ত, এটা কথা মই নোকোৱাকৈ থাকিব নোৱাৰোঁ। এই যৱন-বালা মূৰৰ পৰা ভৰিলৈকে আৰ্য্য সংস্কৃতিত গঢ়া, তেওঁৰ অনিষ্ট!

চাণক্য। (হাঁহি) কাত্যায়ন, সঁচাকৈয়ে তুমি প্ৰকৃত ব্ৰাহ্মণ। এনেকুৱা হৃদয়তেহে করুণা আৰু সৌহাৰ্দ্দ্যৰ উদ্ৰেক হয়। কিন্তু মই নিষ্ঠুৰ! হৃদয়হীন! মই কেৱল নিজৰ হাতেৰে প্ৰতিষ্ঠিত কৰা এখন সাম্ৰাজ্যৰ দৃশ্য চাব খুজিছোঁ।

কাত্যায়ন। তথাপি চাণক্য, সেই সৰল মুখমণ্ডল। সেই লক্ষ্মীৰ অমঙ্গল।

চাণক্য। (হাঁহি) তুমি পাগল হৈ যোৱা নাই নহয়?

কাত্যায়ন। তুমি নাহাঁহিবা চাণক্য, তোমাৰ হাঁহি, তোমাৰ থঙতকৈও ভয়ানক! তেওঁৰ অনিষ্ট নকৰোঁ বুলি প্ৰতিজ্ঞা কৰা। কোৱা।

চাণক্য। কাত্যায়ন! কিমান কঠোৰ পৰিশ্ৰমৰ দ্বাৰা আলেকজেণ্ডাৰক ভাৰতবৰ্ষৰ পৰা বাহিৰ কৰা হৈছিল—সেইটো তুমি পাহৰি গলা নেকি? সিনো আজি কিমান দিনৰ কথা। এতিয়া এই চেলিউকচৰ কি হল যে তেওঁ আকৌ আহিল। তুমি নাজানা কাত্যায়ন, এই চেলিউকচেই চন্দ্ৰগুপ্তক ৰক্ষা কৰিছিল। আৰু এতিয়া ভাগ্যাই এওঁলোকৰ এজনক আনজনৰ বিপক্ষে তৰোৱাল চলাবলৈ থিয় কৰাইছে।

কাত্যায়ন। কি আচৰিত কথা!

চাণক্য। ইয়াত আচৰিত কি? মই যি স্থিৰ কৰি লৈছোঁ সিয়েই হৈ থাকিব। বৰ্ত্তমান ভাৰতৰ ভাগ্য মোৰ হৃদয়াকাশত বিজুলীৰ নিচিনাকৈ নাচি আছে। তেনেহলে মই কি কৰিম?

কাত্যায়ন। তুমি নিষ্ঠুৰ।

চাণক্য। বাৰু, তুমি দয়ালু হৈ এটা কাম কৰিব পাৰিবা? কোৱাঁ, চন্দ্ৰগুপ্ত আৰু সেই যৱন-বালাৰ বিয়াত পুৰোহিত হব পাৰিবানে?

কাত্যায়ন। কি কৈছা? এই ধেমালি!

চাণক্য। এয়েই তোমাৰ দয়াৰ পৰীক্ষা—চাম তুমি কি কৰা। ইয়াত যৱন-বালাৰ অমঙ্গল হব নেকি?

কাত্যায়ন। (ভাবি) অমঙ্গল নহয়, মঙ্গল, মই প্ৰস্তুত আছোঁ।

চাণক্য। (হাঁহি) তেতিয়াহলে তুমি নিশ্চয় এজন সহৃদয় ব্যক্তি।

কাত্যায়ন। বাৰু, তেনেহলে মই এতিয়া যাওঁ।

চাণক্য। যোৱা, কিন্তু মনত ৰাখিবা, আমাৰ জীৱনত এয়ে শেষ সংঘৰ্ষ। মই আজি আম্ভীকক লগ পাব লাগিব। চাওঁ, এই লোলুপ ৰজাই কি কৰে।

(কাত্যায়নৰ প্ৰস্থান, গুপ্তচৰৰ প্ৰবেশ)

গুপ্তচৰ। মহামাত্যৰ জয় হওক।

চাণক্য। এই সময়ত জয়ৰ বৰ প্ৰয়োজন। যদি আম্ভীকক জয় কৰিব পাৰোঁ তেতিয়াহলে সকলো ফালে জয় হব। কোৱাঁ আম্ভীকে কি কলে?

গুপ্তচৰ। তেওঁ স্বয়ং আহিব লাগিছে।

চাণক্য। আহিবলৈ দিয়া, তুমি যোৱা।

(গুপ্তচৰৰ প্ৰস্থান, আম্ভীকৰ প্ৰবেশ)

আম্ভীক। প্ৰণাম, ব্ৰাহ্মণ দেৱ।



চাণক্য। কল্যাণ হওক, ৰাজন্, মই এক কুচক্ৰী। মোলৈ তোমাৰ ভয় লগা নাই নে?

আম্ভীক। নাই লগা আৰ্য্য, আপুনি এইবোৰ কি কথা কৈছে?

চাণক্য। তেতিয়াহলে ভালেই হৈছে। এই তক্ষশিলাৰ মঠত যে মই এদিন কৈছিলোঁ—"সেইটো কেনেকৈ হব, অবিশ্বাসী ক্ষত্ৰিয়! ইয়াৰ দ্বাৰাই যৱনে সাম্ৰাজ্য তৈয়াৰ কৰিব খুজিছে আৰু আৰ্য্যজাতিয়ে পতনৰ দাঁতিত থিয় হৈ মাত্ৰ এটা হেঁচাৰ কাৰণে বাট চাই আছে।"—সেই কথা মনত আছেনে?

আম্ভীক। মনত আছে।

চাণক্য। তোমাৰ ভুলে যে কিমান কুৎসিত দৃশ্য দেখুৱালে বোধ কৰোঁ সেই কথাও তুমি পাহৰি যোৱা নাই।

আম্ভীক। নাই যোৱা।

চাণক্য। তুমি জানানে যে চন্দ্ৰগুপ্তই দক্ষিণাপথৰ স্বৰ্ণগিৰিৰ পৰা পাঞ্জাৱ—পঞ্চনদলৈকে আৰু সৌৰাষ্ট্ৰৰ পৰা বঙ্গলৈকে, এক মহান সাম্ৰাজ্য স্থাপন কৰিছে। এই সাম্ৰাজ্য কেৱল মগধৰ নহয়, এই সাম্ৰাজ্য আৰ্য্যাবৰ্ত্তৰ। উত্তৰাপথৰ সকলো প্ৰধান গণতন্ত্ৰ—মালৱ, ক্ষুদ্ৰক আৰু যোধেয় আদিও সিংহৰণৰ নেতৃত্বত এই সাম্ৰাজ্যৰ এক অঙ্গ হৈ পৰিছে। এতিয়া কেৱল তুমিয়েই ইয়াৰ পৰা পৃথক হৈ আছা। এই দ্বিতীয় বাৰৰ যৱন আক্ৰমণত তুমি ভাৰতৰ দুৱাৰ-দলি ৰক্ষা কৰিবানে, নাই আগৰ বাৰৰ দৰে আঁতৰি যাবা?

আম্ভীক। আৰ্য্য, সেই ভুল বাৰে বাৰে আৰু নহয়।

চাণক্য। তেতিয়াহলে ঝিলামৰ পাৰলৈকে সাম্ৰাজ্য ৰক্ষা হব। সিন্ধুৰ পাৰৰ ভাৰ তোমাৰ ওপৰত থাকিল।

আম্ভীক। মই অকলে যৱনৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ অসমৰ্থ।

চাণক্য। তেনেহলে কি উপায়?

(নেপথ্যত জয়ধ্বনি। আম্ভীকে চকিত হৈ চাই থাকে)

চাণক্য। কি কৈছে শুনিছানে?

আম্ভীক। বুজিব পৰা নাই। (দূৰলৈ চাই) সৌৱা, এজনী তিৰোতাই কিবা গাই গাই আগে আহি আছে আৰু তেওঁৰ পাছত এটা বৰ ডাঙৰ দল আহিব লাগিছে। (কোলাহল ওচৰ চাপি আহে।)

চাণক্য। আহাঁ আমি দুয়ো বেলেগ হৈ চাওঁ।

( দুয়ো বেলেগে বেলেগে লুকাই যায়। হাতত আৰ্য্যৰ পতাকা লৈ গীত গাই গাই সেই ভিৰৰ সৈতে অলকাৰ প্ৰৱেশ। )

অলকা। তক্ষশিলাৰ বীৰ নাগৰিকসকল! এবাৰ অলপতে সম্ৰাট চন্দ্ৰগুপ্তই ইয়াক উদ্ধাৰ কৰিছে—আৰ্য্যাবৰ্ত্ত আমাৰ মৰমৰ দেশ, গ্ৰীচৰ বিজয়ৰ লালসাত পুনৰ পদদলিত হব খুজিছে। এতিয়া তোমালোকৰ ৰজাই সশঙ্কিত হৈ ৰাজমহলৰ গবাক্ষৰ পৰা এই পূণ্যভূমিক পৰাধীনতাৰ শিকলি পিন্ধোৱা দৃশ্য চাব খুজিছে। তোমালোকৰ ৰজা কাপুৰুষ—আৰু তোমালোক?

নাগৰিক। আমি তাৰ পৰিণাম দেখিলোঁ দেবি! আমি প্ৰস্তুত হৈ আছোঁ।

অলকা। এৰা, এয়েতো বীৰোচিত কথা।

( সমবেত কণ্ঠত গায় )

হিমাদ্ৰি তুঙ্গ শৃঙ্গ জিনি
প্ৰবুদ্ধ শুদ্ধ ভাৰতী
স্বয়ংপ্ৰভা সমুজ্জ্বলা
স্বতন্ত্ৰতাৰ কৰে আৰতি।
অমৰ্ত্ত্য বীৰ পুত্ৰ হোৱা
দৃঢ় প্ৰতিজ্ঞা হিয়াত লোৱা
প্ৰশস্ত পুণ্য পথেদি যোৱা—আগবাঢ়ি যোৱা
হিমাদ্ৰি তুঙ্গ শৃঙ্গ জিনি।

( সকলোৰে প্ৰস্থান )

আম্ভীক। এইয়া অলকা, তক্ষশিলাত উত্তেজনাৰ সৃষ্টি কৰা—এইজনী অলকা।

চাণক্য। এৰা আম্ভীক। তুমি তেওঁক বন্দী কৰা, তেওঁৰ মুখ বন্ধ কৰি দিয়া।

আম্ভীক। ( অলপ ভাবি ) অসম্ভৱ! ময়ো সাম্ৰাজ্যত সন্মিলিত হম।

চাণক্য। সেইটো মই কেনেকৈ কম? এই আৰ্য্য লক্ষ্মী অলকাই আৰ্য্য ভূমিৰ গৌৰৱৰ কাৰণে কি কি কষ্ট সহ্য কৰা নাই? তেওঁতো এই বংশৰে জীয়ৰী আৰু তুমিতো পুৰুষ, তুমি নিজেই ভাবি চোৱাঁ।



আম্ভীক। তুচ্ছ অহঙ্কাৰে এতিয়া মোক দেশৰ কল্যাণৰ পৰা আঁতৰাই ৰাখিব নোৱাৰিব। আৰ্য্য চাণক্য, মই আৰ্য্য সাম্ৰাজ্যৰ বাহিৰৰ নহয়।

চাণক্য। তেতিয়াহলে মগধৰ সৈন্যই তক্ষশিলাৰ দুৰ্গ অধিকাৰ কৰিব। এইটো তুমি সহ্য কৰিব পাৰিবা?

( আম্ভীকে তলমূৰ কৰি ভাবে )

চাণক্য। ক্ষত্ৰিয়! কোৱাতো একৰকম কথা আৰু কৰাতো আন ৰকম।

আম্ভীক। ( আৱেশত ) পৰাজিত হৈ গলোঁ, পৰাধীন হৈ পৰিলোঁ। এতিয়া আৰু স্বদেশৰ অধীনত থাকিলে তাতকৈ বেচি কলঙ্ক মোৰ লাগিব নোৱাৰে আৰ্য্য চাণক্য!

চাণক্য। তেতিয়াহলে এই গান্ধাৰ আৰু পঞ্চনদৰ শাসনসূত্ৰ অলকাৰ হাতত থাকিব আৰু তক্ষশিলা তাৰ ৰাজধানী হব। কোৱা, সন্মত আছা?

আম্ভীক। অলকা!

চাণক্য। এৰা, অলকা! আৰু সিংহৰণ এই মহাপ্ৰদেশৰ শাসনকৰ্ত্তা হব।

আম্ভীক। মই সন্মত ব্ৰাহ্মণ্! মই কেৱল এবাৰ যৱনৰ আগত নিজৰ কলঙ্ক ধোৱাৰ সুযোগ বিচাৰিছোঁ। যুদ্ধক্ষেত্ৰত কেৱল এজন সৈনিক হব খুজিছোঁ। ইয়াৰ বেচি আৰু একো নহয়।

চাণক্য। তোমাৰ অভিষ্ট সিদ্ধি হওক।

( সংকেত কৰে সিংহৰণ আৰু অলকাৰ প্ৰৱেশ। )

অলকা। আম্ভীক! ককাইদেউ!

আম্ভীক। অলকা! ভনীটি! তই সৰু, কিন্তু তথাপি তই মোৰ শ্ৰদ্ধাৰ পাত্ৰী। মই ভুল কৰিছিলোঁ। ভনীটি, তক্ষশিলাৰ কাৰণে অলকাই যথেষ্ট, আম্ভীকৰ কোনো আৱশ্যকতা নাছিল।

অলকা। এইবোৰ কি কৈছা ককাইদেউ!

আম্ভীক। মই দেশদ্ৰোহী। নীচ! অধম! তই গান্ধাৰৰ ৰাজবংশৰ মুখ উজ্জ্বল কৰিলি। তয়েইহে ৰাজসিংহাসনৰ উপযুক্ত।

অলকা। ককাইদেউ! তোমাৰ ভ্ৰম এতিয়াও নাতঁৰিল। ৰাজ্য কাৰো নহয়, সুশাসনৰহে। জন্মভূমিৰ ভক্ত সকলৰ ভিতৰত আজি নব-জাগৰণৰ জন্ম হৈছে। পূব দিশত সূৰ্য্যোদয় হৈছে। আনহে নালাগে, স্বয়ং সম্ৰাট চন্দ্ৰগুপ্তও এই মহান আৰ্য্য সাম্ৰাজ্যৰ সেৱক হৈ পৰিছে। স্বাধীনতাৰ

যুদ্ধত সৈনিক আৰু সেনাপতিৰ ভেদ নাই। যাৰ তৰোৱালত বিজয়ৰ জ্যোতি থাকিব তেৱেঁই বৰেণ্য হব। তেওঁৱে পূজা হব। ককাইদেউ! তক্ষশিলা মোৰ নহয় আৰু তোমাৰো নহয়, ই আৰ্য্যাবৰ্ত্তৰ এক অঙ্গ মাথোন, আৰু চিৰদিন যেন আৰ্য্যাবৰ্ত্তৰ অঙ্গ হৈয়ে থাকে। এই কাৰণেই আত্ম-সমৰ্পণ কৰা। ইয়াৰ প্ৰতি ধূলিকণাত তোমাৰ নাম অঙ্কিত হৈ থাকিব। আমাৰ পিতাই স্বৰ্গত ইন্দ্ৰৰ সমতুল্য আসন লাভ কৰিব। তাত হাতত বিজয়ৰ মালা লৈ অপেশ্বৰী থিয় হৈ থাকিব, সূৰ্য্য-মণ্ডলে পথ দেখুৱাব আৰু সেই উজ্জ্বল আলোকত মণ্ডিত হৈ গান্ধাৰ ৰাজকুল অমৰ হৈ ৰব।

চাণক্য। উত্তম! অলকা, উত্তম!

আম্ভীক। (তৰোৱালত ধৰি) তৰোৱালৰ শপত—মই কৰ্ত্তব্যচ্যুত নহওঁ।

সিংহৰণ। (আম্ভীকক আলিঙ্গন কৰি) মিত্ৰ আম্ভীক! মানুহ সাধাৰণ ধৰ্ম্মৰ পশু। বিচাৰশীল হলে মানুহ হয় আৰু নিঃস্বাৰ্থ কাম কৰিলে তেৱেঁই দেৱতা হৈ যায়।

(আম্ভীকৰ প্ৰস্থান)

সিংহৰণ। অলকা, সম্ৰাটে কিবা মানসিক অশান্তিত দিন কটাইছে।

অলকা। তেওঁ বীৰ মালৱ, তেওঁৰ বিশ্বাসযে তেওঁৰ এতিয়াও কৰিবলগীয়া কিবা কাম আছে। তাৰ কাৰণে প্ৰকৃতিয়ে, অদৃষ্টই, দৈৱই বা ঈশ্বৰে কিবা নহয় কিবা এটা অৱলম্বন গোটাই দিব। সহায়ক লাগিলে আৰ্য্য চাণক্য হওক বা মালৱ!

সিংহৰণ। অলকা, সেই প্ৰচণ্ড পৰাক্ৰমক মই জানোঁ। কিন্তু মই এইটোও জানোঁ যে সম্ৰাটো এজন মানুহ। বাৰে বাৰে সহায়প্ৰাৰ্থী হবলৈ মানুহৰ স্বভাৱে বিদ্ৰোহ কৰি উঠে। ই সৌহাৰ্দ্দ্য আৰু বিশ্বাসৰ সুন্দৰ অভিমান। সেই সময়ত সংঘৰ্ষৰ হাতৰ পৰা ৰক্ষা পাবলৈ মানুহৰ মনে অভিনয় কৰিবলৈ বিচাৰে, কিন্তু জীৱনে নিজৰ জেদত অন্ধ হৈ যুদ্ধ কৰে। সি কয় যে মই নিজক ৰক্ষা নকৰোঁ, যদি মোৰ কোনোবা বন্ধু আছে, তেতিয়াহলে আগবাঢ়ি আহি ইয়াৰ প্ৰমাণ দিয়ক।

(দুয়োৰো প্ৰস্থান, সুবাসিনীৰ প্ৰবেশ)

চাণক্য। সুবাসিনী, তুমি ইয়ালৈ কেনেকৈ আহিলা?

সুবাসিনী। সম্ৰাটে এতিয়ালৈকে আপোনাৰ সন্ধান নাজানে সেই কাৰণে



পিতাদেৱে মোক পঠিয়াই দিলে। পিতাদেৱে কৈছে যে—যি খেল আৰম্ভ কৰা হল—তাক সম্পুৰ্ণ আৰু সফলতাৰে শেষ কৰা উচিত।

চাণক্য। কিয় কৰিম সুবাসিনী, তুমি ৰাক্ষসৰ লগত সুখৰ জীৱন যাপন কৰিবা যদি মোৰ ইমানো আশা থাকিলহেঁতেন .... তেওঁ যৱন সেনাপতি আৰু তুমি মগধৰ মন্ত্ৰীকন্যা! তেওঁৰ লগত পৰিণয়-বদ্ধ হব পাৰিবা নেকি?

সুবাসিনী। (উশাহ লৈ) ৰাক্ষসৰ লগত! নহয়, অসম্ভৱ। চাণক্য, তুমি ইমান নিষ্ঠুৰ।

চাণক্য। (হাঁহি) সুবাসিনী! সেই সপোন ভাগি গল—এই বিজন বালুকাৰ সিন্ধুত এক সুধাৰ ঢৌ উঠিছিল, কিন্তু তোমাৰ এক কুটিল কটাক্ষই তাক ঘুৰাই পঠিয়ালে। মই কঙ্কাল। (ৰৈ) সুবাসিনী! মই তোমাক শাস্তি দিম। চাণক্যৰ নীতিত অপৰাধৰ দণ্ডৰ পৰা কোনো সাৰি নাযায়।

সুবাসিনী। ক্ষমা কৰা বিষ্ণুগুপ্ত!

চাণক্য। অসম্ভৱ! তুমি ৰাক্ষসক বিয়া কৰাবই লাগিব—ইয়াৰ পৰাই আমাৰ, তোমাৰ আৰু মগধৰ মঙ্গল হব।

সুবাসিনী। নিষ্ঠুৰ! নিৰ্দ্দয়!!

চাণক্য। (হাঁহি) তুমি অভিনয়ো কৰিব লাগিব। তাত সকলো সঞ্চিত কৌশল প্ৰদৰ্শন কৰিব লাগিব। সুবাসিনী, তুমি বন্দিনী হৈ গ্ৰীক শিবিৰলৈ ৰাক্ষস আৰু ৰাজকুমাৰীৰ ওচৰলৈ যাব লাগিব—ৰাক্ষসক দেশভক্ত কৰিবৰ কাৰণে আৰু ৰাজকুমাৰীক পূৰ্ব্ব স্মৃতিত আহুতি দিবৰ কাৰণে। চন্দ্ৰগুপ্তৰ লগত পৰিণীতা হলে কাৰ্ণেলিয়া সুখী হব পাৰিবনে নোৱাৰে তাক পৰীক্ষা কৰিব লাগিব।

(সুবাসিনীয়ে মূৰত হাত দি বহি পৰে।)

চাণক্য। (তেওঁৰ মূৰত হাত থৈ) সুবাসিনী! তোমাৰ প্ৰেম নাৰী আৰু পুৰুষৰ ৰূপত কেৱল ৰাক্ষসৰ লগতহে অঙ্কুৰিত হৈছে। শৈশৱৰ সেই স্মৃতি কেৱল হৃদয়ৰ স্নিগ্ধতা আছিল, আজি কিবা কাৰণত ৰাক্ষসৰ প্ৰেম দ্বেষত পৰিণত হৈছে কিন্তু কালক্ৰমত সেই গজালি লহপহীয়া হৈ বাঢ়ি উঠিব। কিবা কাম যে অসম্ভৱ হব পাৰে, চাণক্যই এইটো মানিব নোখোজে। তুমি ৰাক্ষসৰ লগত প্ৰেম কৰি সুখী হব পাৰিবা—লাহে

লাহে সেই প্ৰেমৰ প্ৰকৃত বিকাশ হব। আৰু মই অভ্যাসৰ দ্বাৰা তোমাৰ পৰা উদাসীন হৈ পৰিম, মোৰ কাৰণে সেয়ে ভাল হব। মানুহৰ হৃদয়ত এইবোৰ ভাবৰ সৃষ্টি হৈয়ে থাকে। এয়েই হৃদয়ৰ ৰহস্য, যি সৃষ্টিত আমি নিজেই স্বাধীন, তাত পৰাধীনতা কিয় মানিম? মই ক্ৰুৰ হৈছোঁ— কেৱল বৰ্ত্তমানৰ কাৰণেহে,—ভবিষ্যতৰ সুখ আৰু শান্তিৰ কাৰণে— পৰিণামৰ কাৰণে নহয়। শ্ৰেষ্ঠ কামৰ কাৰণে মানুহে যথাসৰ্ব্বস্ব ত্যাগ কৰা উচিত। সুবাসিনী! যোৱা!

সুবাসিনী। ( দীনতাৰ সৈতে চাণক্যৰ মুখলৈ চাই ) তেতিয়াহলে বিষ্ণুগুপ্ত, তুমি ইমান ডাঙৰ ত্যাগ কৰিবা! নিজৰ হাতেৰে গঢ়া এই বিৰাট সাম্ৰাজ্যৰ শাসন, হৃদয়ৰ আকাঙ্খাৰ সৈতে নিজৰ প্ৰতিদ্বন্দ্বীক সঁপি দিবা? আৰু সিও মোৰ কাৰণে!

চাণক্য। ( হতাশ হৈ ) মই বৰ বিলম্ব কৰিছোঁ। সুবাসিনী! আৰ্য্য দাত্যায়ণৰ আশ্ৰমলৈ যোৱাৰ পথ মই পাহৰি গৈছোঁ। মেঘৰ দৰে মুক্ত, বৰ্ষাৰ দৰে জীৱন দান, সূৰ্য্যৰ দৰে অবাধ আলোক বিতৰণ, সাগৰৰ দৰে কামনা নদী-বোৰক নিজৰ আশ্ৰয়ত লৈ সীমাৰ বাহিৰ হবলৈ নিদিয়া। এয়েইতো ব্ৰাহ্মণৰ আদৰ্শ! চন্দ্ৰগুপ্তক মেঘমুক্ত চন্দ্ৰৰূপে দেখাৰ পাছত মই ৰঙ্গমঞ্চৰ পৰা আঁতৰি যাম।

সুবাসিনী। মহাপুৰুষ! মই সেৱা জনাইছোঁ। বিষ্ণুগুপ্ত! তোমাৰ ভনীয়েৰে তোমাৰ ওচৰত আশীৰ্ব্বাদ ভিক্ষা কৰিছে। ( ভৰিত ধৰে )

চাণক্য। ( চলচলীয়া চকুৰে তেওঁৰ মূৰত হাত থৈ ) সুখী হোৱা।

( প্ৰস্থান )

## সপ্তম দৃশ্য

### স্থান ঃ—কপিশাত আলেকজেন্দ্ৰিয়াৰ ৰাজ-মন্দিৰ।

( কাৰ্ণেলিয়া আৰু তেওঁৰ সখীৰ প্ৰবেশ )

কাৰ্ণেলিয়া। বহুত দিনৰ আগতে দেখিছিলো! সেই ভাৰতবৰ্ষ। সেই নিৰ্ম্মল জ্যোতিৰ দেশ। সেই পবিত্ৰ ভূমিক এতিয়া হত্যা আৰু ডকাইতিৰ দ্বাৰা বীভৎস কৰি পেলোৱা হব। এই শস্যশ্যামলা পৃথিবীক গ্ৰীক সৈনিকে ৰক্তৰঞ্জিত কৰি তুলিব। পিতাই নিজৰ ৰাজ্য লৈ সন্তুষ্ট থাকিব পৰা নাই— আশাই তেওঁক লৰুৱাই ফুৰাইছে। এই পৈশাচিক ছলনাত পৰি লাখ লাখ প্ৰাণৰ নাশ হব। আৰু শুনিছো এই যুদ্ধও হব হেনো চন্দ্ৰগুপ্তৰ লগত!

সখী। সম্ৰাট আজি পৰিষদ গৃহলৈ যাব।

( ৰাক্ষসৰ প্ৰবেশ )

ৰাক্ষস। আয়ুষ্মতী! মই আহিছো।

কাৰ্ণেলিয়া। নমস্কাৰ! তোমাৰ দেশত শুনিছো যে ব্ৰাহ্মণ জাতি হেনো বৰ তপস্বী আৰু ত্যাগী।

ৰাক্ষস। হয় কল্যাণী! সি মোৰ পূৰ্ব্বপুৰুষ সকলৰ গৌৰৱ। কিন্তু আমি যে বৌদ্ধ।

কাৰ্ণেলিয়া। আৰু তুমি তাৰ ধ্বংসাৱশেষ। আমাৰ ইয়াত এনেকুৱা মানুহক দেশদ্ৰোহী বুলি কয়। তোমাৰ তাত ইয়াক কি কয়?

ৰাক্ষস। ৰাজকুমাৰী! মই অকৃতজ্ঞ নহওঁ, মোৰ দেশত কৃতজ্ঞতা মানৱতাৰ চিন। যাৰ অন্নৰ দ্বাৰা জীৱন নিৰ্ব্বাহ হৈছে, তেওঁৰ কল্যাণ......।

কাৰ্ণেলিয়া। কৃতজ্ঞতা এক বন্ধন, ই মানুহৰ দুৰ্ব্বলতাৰ জালক আৰু দৃঢ় কৰি দিয়ে। কিন্তু যি দেশে তোমাক জন্ম দি ডাঙৰ দীঘল কৰি তোমাক ধৰুৱা কৰি থৈছে, সেই দেশক পাহৰি তুমি জানো অকৃতজ্ঞ হোৱা নাই? সুকৰাতৰ দৰ্শন তুমি পঢ়িছানে?

ৰাক্ষস। দৰ্শন আৰু ৰাজনীতিত ভেদ আছে—মই প্ৰতিশোধ লব খুজিছো! ৰাজকুমাৰী! কৰ্ণিকে কৈছে—

কাৰ্ণেলিয়া। যে সৰ্ব্বনাশ কৰি দিয়া। যদি এনেকুৱা হয় তেতিয়াহলে মই তোমাৰ ৰাজনীতি পঢ়িব নোখোজো।

ৰাক্ষস। অলপ পাঠ বাকী আছে। তাক শেষ কৰি লওক। আপোনাৰ পিতাৰ আদেশ।

কাৰ্ণেলিয়া। তোমাৰ মুখত শুক্ৰাচাৰ্য্য আৰু কৰ্ণিকৰ কথা শুনি শুনি মোৰ আমুৱাই গৈছে। যোৱা।

(ৰাক্ষসৰ প্ৰস্থান)

কাৰ্ণেলিয়া। এলিচ্! আগতে কেই দিনমান যি জন ব্ৰাহ্মণে মোক ৰামায়ণ পঢ়াইছিল তেওঁ কলৈ গল? তেওঁ নিজে ব্যাকৰণৰ নতুন সূত্ৰ তৈয়াৰ কৰিছিল। তেওঁ কিমান সৰল আৰু বিদ্বান!

এলিচ। তেওঁ গুচি গল ৰাজকুমাৰী।

কাৰ্ণেলিয়া। বৰ নিৰ্লোভী! প্ৰকৃত ব্ৰাহ্মণ আছিল।

(চেলিউকচৰ প্ৰবেশ)

বাহঃ! পিতাদেউ!

চেলিউকচ। এৰা আই! তুমি হেনো এতিয়াই পঢ়া বন্ধ কৰিলা। কিয়? এতিয়া সেই ৰাক্ষসে মোক তাকে কৈছিল।

কাৰ্ণেলিয়া। পিতাদেউ! তেওঁৰ দেশে তেওঁৰ নাম কিবা ভাবি চিন্তিহে দিছিল ৰাক্ষস! তেওঁলৈ মোৰ ভয় লাগে।

চেলিউকচ। কিন্তু তেওঁ বৰ বিদ্বান আই! তেওঁক মই ভাৰতীয় প্ৰদেশৰ অধিপতি পাতিম।

কাৰ্ণেলিয়া। পিতাদেউ, তেওঁ পাপৰ মলিন ছায়া। আপুনি দেখা নাই নে যে তেওঁৰ চকুৰ চেলাউৰি কিমান ক'লা, তেওঁৰ পৰা আঁতৰি থাকক। জিৰণি লওক। বিজয়ৰ প্ৰবঞ্চনাত নিজক পৰাজিত নকৰিব। মহৎ আকাংখাৰ ওচৰত মানুহ সদায় পৰাজিত হয়। ডিমাস্থিনীজে……

চেলিউকচ। দাৰ্শনিক সকলৰ প্ৰতি মই বিৰক্ত হৈ পৰিছো। গ্ৰীচত যদি দাৰ্শনিকৰ জন্ম নহৈ কেৱল যোদ্ধায়েই হলহেঁতেন তেতিয়াহলে—

কাৰ্ণেলিয়া। সেইটোতো হৈছেই। মোৰ পিতানো কাতকৈ কম বীৰ? মোৰ বিজয়ী পিতা! মোৰ ভুল হৈছে—ক্ষমা কৰক।



চেলিউকচ। এয়েইতো মোৰ আইৰ কথা। গ্ৰীকৰ তেজ! বীৰত্বৰ পৰমাণুৰ দ্বাৰা সংগঠিত। তুমি যুদ্ধ চাবলৈ যাবা নেকি? সিন্ধুৰ পাৰৰ পৰিষদ গৃহত থাকিবা।

কাৰ্ণেলিয়া। যাম।

চেলিউকচ। বাৰু, সাজু হৈ থাকা। এই যুদ্ধত আম্ভীক—তক্ষশিলাৰ ৰজা—বিপক্ষত থাকিব। আজি তেওঁৰ চিঠি আহিছে। আৰু ৰাক্ষসে কৈছে যে চন্দ্ৰগুপ্তৰ মন্ত্ৰী চাণক্য—তেওঁৰ ওপৰত বিৰক্ত হৈ কৰবালৈ গুচি গৈছে। পঞ্চনদত চন্দ্ৰগুপ্তৰ কোনো সহায়ক নাই। আই, চিকণ্ডৰতকৈ ডাঙৰ সাম্ৰাজ্য—তেওঁতকৈও ডাঙৰ বিজয়! কিমান উজ্জ্বল ভবিষ্যৎ!

কাৰ্ণেলিয়া। হয় পিতাদেউ।

চেলিউকচ। হয় পিতাদেউ!—উল্লাসৰ ৰেখাও নাই। ইমান উদাস! তই পঢ়া এৰি দে। মই কৈছো যে তই দাৰ্শনিক হব খুজিছ—গ্ৰীকৰ তেজ!

কাৰ্ণেলিয়া। ময়োতো তাকে কৈছো। আপুনিয়েই কেতিয়াবা পঢ়িবলৈ কয়, আকৌ কেতিয়াবা পঢ়া এৰি দিবলৈ কয়।

চেলিউকচ। তেতিয়াহলে ভালেই হৈছে। ময়েই ভুল কৰিছো।

(প্ৰস্থান)

## অষ্টম দৃশ্য

বাটত চন্দ্ৰগুপ্ত আৰু সৈনিক।

চন্দ্ৰগুপ্ত। পঞ্চনদৰ নায়ক ক'ত?

এজন সৈনিক। তেওঁ আহিব লাগিছে দেৱ!

(নায়কৰ প্ৰবেশ)

নায়ক। জয় হওক দেৱ!

চন্দ্ৰগুপ্ত। সিংহৰণ ক'ত?

(নায়কে নম্ৰ হৈ চিঠি দিয়ে, চিঠি পঢ়ি তাক ফালি পেলাই) ও! নিজৰ অধিকাৰ কোনো সেনাপতিৰ হাতত সঁপি দিবলৈ সিংহৰণে অপেক্ষা কৰি

আছে। নায়ক! তুমি তৰোৱাল ধৰিব জানা নহয় আৰু তাক হাতত লৈ সত্যৰ পৰা বিচলিত নোহোৱা নহয়? কোৱা, চন্দ্ৰগুপ্তৰ নামত প্ৰাণ দিব পাৰিবানে? মোৰ নামত প্ৰাণ দিওঁতা বীৰসকলক মই দেখিছো। চন্দ্ৰগুপ্তয়ো যুদ্ধ কৰিব জানে। আৰু বিশ্বাস কৰিবা, তেওঁৰ নামৰ জয়-ঘোষ বিজয়লক্ষ্মীৰ মঙ্গল গান! আজিৰ পৰা ময়েই সেনাপতি। আজি মই সম্ৰাট নহয়, সৈনিক চিন্তা কিহৰ? সিংহৰণ আৰু গুৰুদেৱে যদি সহায় নকৰে ভয় কি? সৈনিকসকল! শুনি লোৱা, আজিৰ পৰা মই কেৱল সেনাপতি। তাৰ বেচি নহয়। যোৱা, এই মুদ্ৰা লোৱা আৰু সিংহৰণক আজৰাই দিবা। আৰু কৈ দিবা যে "তুমি দূৰত থিয় হৈ চাই থাকা সিংহৰণ।" চন্দ্ৰগুপ্ত কাপুৰুষ নহয়। যোৱা।

(নায়ক যাব খোজে)

চন্দ্ৰগুপ্ত। আম্ভীকৰ গতিগোত্ৰ কেনেকুৱা?

নায়ক। আম্ভীকে যৱনসকলক কৈছে যে গ্ৰীক সৈন্য মোৰ ৰাজ্যেদি যাব পাৰে, কিন্তু যুদ্ধৰ কাৰণে মই সৈন্য নিদিওঁ, কাৰণ মই তেওঁলোকক বিশ্বাস নকৰো।

চন্দ্ৰগুপ্ত। ইয়াৰ বাহিৰেনো আৰু সি কি কৰিব পাৰে? কাপুৰুষ! বাৰু বলা, আমি সোনকালে বিতস্তাৰ সেই পাৰ পাবগৈ লাগিব। তুমি লগত সৈন্য লৈ মোক তাত লগ পাবা।

(নায়কৰ প্ৰস্থান)

এজন সৈনিক। মোৰ ওপৰত কি আদেশ, মগধলৈ যাব লাগিব নেকি?

চন্দ্ৰগুপ্ত। আৰ্য্য শকটাৰক এই চিঠিখন দিবা আৰু লগতে সকলো কথা বুজাই কবা। মই লিখি দিছো। তথাপি তুমিও তেওঁক কবা যে এই সময়ত মোক সৈনিক, অস্ত্ৰ-শস্ত্ৰ আৰু শস্য লাগে। দেশত ঢোল পিতি ঘোষণা কৰি দিয়া যে আৰ্য্যাবৰ্ত্তত অস্ত্ৰ ধৰিবলৈ যাৰ সামৰ্থ্য আছে তেৱেঁই সৈনিক, আৰু যিমান সম্পত্তি আছে—সেই সকলোবোৰ যুদ্ধ বিভাগৰ। যোৱা।

(সৈনিকৰ প্ৰস্থান)

২য় সৈনিক। আজি শিবিৰ কত হব দেৱ?

চন্দ্ৰগুপ্ত। ঘোৰাৰ পিঠিত সৈনিক। ঘোৰাক অলপ খুৱাই লৈ সলনি কৰা।



এক মুহূৰ্ত্তও জিৰণি নাই। অ', ৰবাচোন, সকলো সেনানিবেশলৈ আদেশ-পত্ৰ পঠোৱা হলনে?

২য় সৈনিক। হল দেৱ।

চন্দ্ৰগুপ্ত। তেতিয়াহলে এতিয়া মই বিজুলীতকৈও তীব্ৰ গতিত সেইখিনি পাব খুজিছো। বলা, সোনকালে সাজু হোৱা।

(সকলোৰে প্ৰস্থান)

চন্দ্ৰগুপ্ত। (আকাশৰ ফালে চাই) অদৃষ্ট! ধেমালি নকৰিবা। চন্দ্ৰগুপ্তই মৰণতকৈ বেচি ভয়ানক বস্তুক আলিঙ্গন কৰিবলৈ প্ৰস্তুত হৈ আছে। বিজয়—মোৰ চিৰ সহচৰ।

(হাঁহি পেলাই প্ৰস্থান)

## নবম দৃশ্য

### স্থান—গ্ৰীক শিবিৰ

ৰাজকুমাৰী কাৰ্ণেলিয়া আৰু এলিচ্

কাৰ্ণেলিয়া। এলিচ্! ইয়ালৈ অহাৰ পাছত যে মোৰ মন উদাস হৈ পৰিছে, সন্ধ্যাৰ এই দৃশ্যই যেন মোৰ তন্ময়তাত স্মৃতিৰ পাতনি মেলিছে। পক্ষীৰ কলৰৱৰ দ্বাৰা সৰলা সন্ধ্যাই শান্তিক আহ্বান কৰিব লাগিছে। চাওঁতে এটা-দুটা কৰি নক্ষত্ৰবোৰ উদয় হবলৈ ধৰিছে। যি দৰে প্ৰকৃতিয়ে ৰত্নখচিত কলা-তাল লৈ নিজৰ সৃষ্টি ৰক্ষা কৰি আছে আৰু বতাহে কিবা মধুৰ কথাৰ বোজা লৈ নাচি-বাগি গৈ আছে। এইবোৰ কলৈ যাব এলিচ্?

এলিচ্। নিজৰ প্ৰিয়তমৰ ওচৰলৈ।

কাৰ্ণেলিয়া। যা, তই কেৱল প্ৰেমৰ কথাহে বুজ।

(দাসীৰ প্ৰবেশ)

দাসী। ৰাজকুমাৰী! এজনী তিৰোতাক বন্দী কৰি অনা হৈছে।

কাৰ্ণেলিয়া। (আচৰিত হৈ) তেতিয়াহলে পিতাদেৱে তেওঁক মোৰ ওচৰলৈ পঠিয়াইছে। তেওঁক সোনকালে লৈ আহা।

(দাসীৰ প্ৰস্থান, সুবাসিনীৰ প্ৰবেশ।)

কাৰ্ণেলিয়া। তোমাৰ নাম কি?

সুবাসিনী। মোৰ নাম সুবাসিনী। মই এজন মানুহক বিচাৰি আহিছিলো। হঠাৎ মোক বন্দী কৰি পেলালে। হয়তো তেওঁ আপোনাৰ ইয়াতে বন্দী হৈ আছে।

কাৰ্ণেলিয়া। তেওঁৰ নাম?

সুবাসিনী। ৰাক্ষস।

কাৰ্ণেলিয়া। ওহোঁ, তোমাৰ লগত তেওঁৰ বিয়া হল নেকি? তেতিয়াহলে সঁচাকৈয়ে অভাগিনী।

সুবাসিনী। (চক্ খাই) ই কি? তেওঁৰ লগত বিয়া হোৱা নাই, হোৱাৰ কথাহে আছে। আপুনি তেওঁৰ সম্বন্ধে কিবা জানেনেকি?

কাৰ্ণেলিয়া। কম, বহা। তুমি বন্দী হৈ থাকিব খোজানে নাই মোৰ সখী? সোনকালে কোৱা।

সুবাসিনী। বন্দী হৈয়ে আহিছিলো, যদি সখী হৈ যাওঁ তেতিয়াহলে পৰম ভাগ্য।

কাৰ্ণেলিয়া। প্ৰতিজ্ঞা কৰিব লাগিব যে তুমি মোৰ অনুমতি নোহোৱাকৈ বিয়া নকৰোৱা।

সুবাসিনী। প্ৰস্তুত আছো।

কাৰ্ণেলিয়া। বাৰু, নিজৰ পৰীক্ষা দিয়া, কোৱা তুমি বিবাহিতা স্ত্ৰীক কি বুলি ভাবা?

সুবাসিনী। ধনী মানুহৰ প্ৰমোদ উদ্যানত কাটি-চাটি পেলোৱা শোভা-বৃক্ষ। কোনো এটা ডাল যদি উল্লাসত আগবাঢ়ি আহে, লগে লগে তাক কাটি পেলোৱা হয়।

কাৰ্ণেলিয়া। বাহঃ! ঠিক কৈছা।ময়ো ইয়াকে ভাবো, নহয় এলিচ্? বাৰু যৌৱন আৰু প্ৰেমৰ সম্বন্ধে কি বুজা?

সুবাসিনী। হঠাৎ জীৱন-কাননত ৰজনীৰ ছাঁত মধুৰ বসন্তই গুপ্তভাবে প্ৰবেশ কৰে। বসন্তৰ আগমনত শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গ বিকশিত



হৈ উঠে। সৌন্দৰ্য্যৰ কুলিয়ে "কোন" বুলি সকলোকে মাতিবলৈ ধৰে। ৰাজকুমাৰী! তাতেই প্ৰেমৰ মুকুল ফুলে, অশ্ৰুভৰা স্মৃতি ভোমোৰাৰ দৰে তাৰ ভিতৰত সোমাই থাকে।

কাৰ্ণেলিয়া। (তেওঁৰ ডিঙিত ধৰি) আহঃ। সখী! তুমি দেখিছো কবি। তুমি প্ৰেম কৰিব জানা, আৰু ইয়াৰ ৰহস্যও জানা! তোমাৰ লগত মোৰ ৰাহি জোৱা আহিব। এলিচ্, যা, পিতাদেউক কৈ দে যে মই সেই স্ত্ৰীক নিজৰ সখী পাতি লৈছো।

(এলিচৰ প্ৰস্থান)

সুবাসিনী। ৰাজকুমাৰী! প্ৰেমৰ ভিতৰত স্মৃতিৰ সুখ আছে। অন্তৰত যি অব্যক্ত বেদনা অনুভৱ হয়, সেয়েই প্ৰেমৰ প্ৰাণ। এইটো আচৰিত কথা যে প্ৰত্যেক যুৱতীৰ হৃদয়তে ই বাস কৰে। কিন্তু তাক সকলোৱে উপলব্ধি কৰিব নোৱাৰে। সকলোৰে ভিতৰত সেই অন্তস্পৰ্শী অনুভৱ নাথাকে।

কাৰ্ণেলিয়া। তুমি কি কোৱা?

সুবাসিনী। সেয়েই নাৰী জীৱনৰ সত্য। মই নাজানো বুলি যি কয়—তেওঁ আনকতো প্ৰতাৰণা কৰেই, লগতে নিজকো বঞ্চিত কৰে। ৰমণীৰ স্পন্দিত হৃদয়ৰ ওপৰত হাত থৈ—সেই কম্পনত সুৰ মিলাই কামদেৱে গান গায়। আৰু ৰাজকুমাৰী—সেই কাম-সঙ্গীতৰ তানেই সৌন্দৰ্য্যৰ ৰঙীন ঢৌ হৈ যুৱতীসকলৰ মুখত লাজ আৰু অনুৰাগৰ আভা আঁকি দিয়ে।

কাৰ্ণেলিয়া। সখী! মদিৰাৰ পাত্ৰত তই সপোনৰ নিচিনা ঢৌ আন্দোলিত নকৰিবি। স্মৃতি বৰ নিষ্ঠুৰ। যদি প্ৰেমেই জীৱনৰ সত্য হয়, তেতিয়াহলে সংসাৰ হৈছে এক আগ্নেয়গিৰি।

(চেলিউকচৰ প্ৰবেশ)

চেলিউকচ। তেতিয়াহলে আই তুমি এওঁক তোমাৰ ওচৰত ৰাখি ললা। ভালেই হৈছে, তোমাৰ মন ভালে থাকিব। ময়ো এতিয়া যাওঁ, কাইলৈ আক্ৰমণ হব। চাবা, তুমি সাৱধানে থাকিবা।

কাৰ্ণেলিয়া। কাৰ ওপৰত আক্ৰমণ হব পিতাদেউ?

চেলিউকচ। চন্দ্ৰগুপ্তৰ সৈন্যৰ ওপৰত। বিতস্তাৰ এই পাৰলৈ সৈন্য আহি গৈছে, এতিয়া আৰু যুদ্ধৰ বিলম্ব নাই।

কাৰ্ণেলিয়া। পিতাদেউ! সেই চন্দ্ৰগুপ্তৰ লগতে যুদ্ধ হব নেকি, যাৰ সম্বন্ধে সেই সাধুৱে ভবিষ্যৎ বাণী কৰিছিল? তেৱেঁই ভাৰতৰ সম্ৰাট হল নেকি?

চেলিউকচ্। হয় আই, সেই চন্দ্ৰগুপ্তই।

কাৰ্ণেলিয়া। পিতাদেউ! আপুনিয়েই তেওঁক মৃত্যুৰ মুখৰ পৰা উদ্ধাৰ কৰিছিল নহয়, আৰু তেৱেঁই আপোনাৰ প্ৰাণৰক্ষা কৰিছিল নহয়?

চেলিউকচ। হয়, তেৱেঁই।

কাৰ্ণেলিয়া। আৰু তেৱেঁই আপোনাৰ কন্যাৰ সন্মান ৰক্ষা কৰিছিল নহয়? ফিলিপচ্‌ৰ সেই অসৎ আচৰণ পিতাদেউ!

চেলিউকচ। সেই কাৰণেই আই, মই চাইবটিয়চক দূত কৰি চন্দ্ৰগুপ্তক বুজাবলৈ পঠাইছিলো। কিন্তু তেওঁ উত্তৰ দিলে যে—মই চেলিউকচৰ ওচৰত কৃতজ্ঞ, তথাপি মই ক্ষত্ৰিয়, যেয়েই ৰণ-দান খুজিব তেওঁকে দিম। এতেকে যুদ্ধ হোৱা অনিবাৰ্য্য।

কাৰ্ণেলিয়া। তেতিয়াহলে মই একো নকওঁ।

চেলিউকচ। ( মৰমেৰে ) তই খং কৰিছনেকি আই? মইনো বাৰু মোৰ কন্যাৰ সন্মান ৰক্ষা কৰা মানুহক হত্যা কৰিব পাৰোনে?

সুবাসিনী। দ্বন্দ্ব-যুদ্ধত সম্ৰাট চন্দ্ৰগুপ্তই ফিলিপচ্‌ক মাৰি পেলালে। শুনিছো এওঁলোকৰ কিবা—ব্যক্তিগত বিৰোধ......

চেলিউকচ। তুমি মনে মনে থাকা। ( কাৰ্ণেলিয়াক ) আই, মই চন্দ্ৰগুপ্তক শাসনকৰ্ত্তা পাতিম, তেতিয়াহলে প্ৰতিশোধৰ প্ৰতিদান হৈ যাব। মই হত্যাকাৰী নহওঁ, বিজয়ী চেলিউকচ।

( প্ৰস্থান )

কাৰ্ণেলিয়া। ( দীৰ্ঘনিশ্বাস লৈ ) বহুত ৰাতি হৈ গল, বলা শুবলৈ যাওঁ। সুবাসিনী, তুমি কিবা গান জানানে?

সুবাসিনী। জানিছিলো, পিছে পাহৰি গৈছো। আপুনি কোনো বাদ্যযন্ত্ৰ নবজায় হবলা? ( আকাশৰ ফালে চাই ) ৰজনী কিমান ৰহস্যৰ ৰাণী—ৰাজকুমাৰী।

কাৰ্ণেলিয়া। ৰজনী মোৰ স্বপ্ন-সহচৰী।

সুবাসিনী। ( গান গাবলৈ ধৰে )



সখী! সেই প্ৰেমময়ী ৰজনী!
নয়নত সপোন ৰচি
সখী! সেই প্ৰেমময়ী ৰজনী।
সুকোমল ক্ৰমদল থৰ লাগি ৰয়
স্নিগ্ধ মধুৰ মলয়া বয়
বীণাৰ তাঁৰত উঠে কম্পন
মধুৰ ধ্বনি—
সখী। সেই প্ৰেমময়ী ৰজনী।

## দশম দৃশ্য

যুদ্ধক্ষেত্ৰৰ ওচৰত চাণক্য আৰু সিংহৰণ

চাণক্য। তেতিয়াহলে যুদ্ধ আৰম্ভ হৈ গল?

সিংহৰণ। এৰা আৰ্য্য! সম্ৰাটে প্ৰচণ্ড বিক্ৰমেৰে আক্ৰমণ কৰিছে। যৱন সৈন্য ভয়ত থৰহৰি কম্পমান হৈ উঠিছে। আজিৰ যুদ্ধত তেওঁ নিজৰ প্ৰাণক তুচ্ছ কৰি পৰাক্ৰমৰ পৰিচয় দিছে। গুৰুদেৱ! যদি কিবা অঘটন ঘটে তেতিয়া? আপুনি আদেশ দিয়ক, মই এতিয়া নিজক ধৰি ৰাখিব নোৱাৰো। তক্ষশিলা আৰু মালৱৰ বাচক-বনীয়া সৈন্য প্ৰস্তুত হৈ আছে, যি সময়তে প্ৰয়োজন হয়।

চাণক্য। যেতিয়া চন্দ্ৰগুপ্তৰ নাসীৰ অগ্ৰৱৰ্ত্তী সৈন্যৰ শক্তি ক্ষয় হৈ যাব, আৰু যেতিয়া সিন্ধুৰ এই পাৰত থকা যৱনৰ সকলো সৈন্য যুদ্ধত সন্মিলিত হৈ যাব, সেই সময়তে আম্ভীকে আক্ৰমণ কৰিব। আৰু তুমি চন্দ্ৰগুপ্তৰ স্থান গ্ৰহণ কৰিবা। দুৰ্গৰ সৈন্যই সেতু ৰক্ষা কৰিব, যৱনৰ মন্ত্ৰণাগাৰ আক্ৰমণ কৰিবৰ কাৰণে লগতে চন্দ্ৰগুপ্তও সিন্ধুৰ সিপাৰলৈ যাব লাগিব। বুজিছা?

( সিংহৰণৰ প্ৰস্থান )

( গুপ্তচৰৰ প্ৰবেশ )

গুপ্তচৰ। কি আজ্ঞা?

চাণক্য। যেতিয়া চন্দ্ৰগুপ্তৰ সৈন্য গৈ সিন্ধুৰ সিপাৰ পাব, তেতিয়া তুমি গ্ৰীকৰ প্ৰধান শিবিৰ আক্ৰমণ কৰিব লাগিব। চন্দ্ৰগুপ্তৰ পৰাক্ৰমৰ অগ্নিত ঘিউ ঢলা কাম তোমাৰ হে।

( প্ৰস্থান )

( দ্বিতীয় গুপ্তচৰৰ প্ৰবেশ )

গুপ্তচৰ। দেৱ! ৰাক্ষস প্ৰধান শিবিৰত আছে।

চাণক্য। যোৱা, ঠিক আছে। সুবাসিনীৰ লগত দেখা কৰি থাকিবা।

( দুয়োৰো প্ৰধান )

( একালৰ পৰা চেলিউকচ আৰু আন ফালৰ পৰা চন্দ্ৰগুপ্তৰ প্ৰবেশ। )

চেলিউকচ। চন্দ্ৰগুপ্ত! ৰাজপদৰ কাৰণে তোমাক অভিনন্দন জনাইছো।

চন্দ্ৰগুপ্ত। ধন্যবাদ চেলিউকচ। তোমাক অতিথিৰ দৰে অভ্যৰ্থনা কৰিব পৰা হলে আমি বিশেষ সুখী হলোহেঁতেন, কিন্তু ক্ষত্ৰিয় ধৰ্ম্ম বৰ কঠোৰ। আৰ্য্য-সকল কেতিয়াও অকৃতজ্ঞ নহয়। তাৰ প্ৰমাণ এয়ে যে মই অনুৰোধ কৰিছো যৱন সৈন্য যেন বিনা যুদ্ধত উলটি যায়।

চেলিউকচ। বাহঃ। তুমি বীৰ, কিন্তু মই ভাৰত বিজয় কৰিবই লাগিব। লাগিলে তোমাকে শাসনকৰ্ত্তা পাতো।

চন্দ্ৰগুপ্ত। ই অসম্ভৱ। তেতিয়াহলে আকৌ যুদ্ধই হওক।

( ৰণবাদ্য, 'যুদ্ধ' 'যুদ্ধ' কৰি তেওঁলোকৰ প্ৰস্থান। নিজৰ সৈন্য লৈ আম্ভীকৰ প্ৰবেশ। )

আম্ভীক। মগধৰ সৈন্য উলটি গৈছে। উস্! কেনেকুৱা ভীষণ যুদ্ধ। অলপ ৰওঁ। চোৱা, কেনেকুৱা পৰিবৰ্ত্তন! বাহঃ। যৱন সৈন্য আঁতৰি গৈছে, ই কি! সিহঁত পলাল?

গুপ্তচৰ। আক্ৰমণ কৰক, যাতে এই সৈন্য সিন্ধুলৈ ঘূৰি যাব নোৱাৰে। আৰ্য্য চাণক্যই কৈছে যে যুদ্ধ অৱৰোধাত্মক হব লাগে।

( প্ৰস্থান )

( ৰণবাদ্য বাজে—উলটি যোৱা যৱন সৈন্যৰ আন ফালৰ পৰা প্ৰবেশ। )

চেলিউকচ। কোন? প্ৰবঞ্চক আম্ভীক! কাপুৰুষ!



আম্ভীক। হয় চেলিউকচ! আম্ভীক সদায় প্ৰবঞ্চক আছিল, কিন্তু আজিৰ এই প্ৰবঞ্চনাত অলপ মহত্ব আছে। সাৱধান।

( যুদ্ধ,—চেলিউকচক আহত কৰি আম্ভীকৰ মৃত্যু। যৱন সৈন্যৰ প্ৰস্থান। সৈনিকৰ সৈতে সিংহৰণৰ প্ৰবেশ। )

"সম্ৰাট চন্দ্ৰগুপ্তৰ জয়।"

( চন্দ্ৰগুপ্তৰ প্ৰবেশ )

চন্দ্ৰগুপ্ত। ভাই সিংহৰণ, ঠিক সময়তে আহিছা।

সিংহৰণ। এৰা সম্ৰাট! আন সময়ত মালৱক নেদেখিলেও প্ৰাণ দিয়াৰ মহোৎসৱ পৰ্ব্বৰ সময়ত তেওঁ আপোনাক এৰি দিব নোৱাৰে। আৰ্য্য চাণক্যই কৈছে যে মালৱ আৰু তক্ষশিলাৰ সৈন্য প্ৰস্তুত হৈ আছে, যেতিয়াই বিচাৰে তেতিয়াই পাব। আপুনি গ্ৰীকৰ প্ৰধান শিবিৰ অৱৰোধ কৰক।

চন্দ্ৰগুপ্ত। গুৰুদেৱে এতিয়াও মোৰ চিন্তা এৰা নাই! গুৰুদেৱৰ ওচৰত মই অপৰাধী সিংহৰণ।

সিংহৰণ। ইয়াত মই থাকিম, সময় নাই, আপুনি সোনকালে যাওক।ময়ো আহিছো।

সৈন্য। প্ৰধান সেনাপতি সিংহৰণৰ জয়!

( এফালে চন্দ্ৰগুপ্তৰ প্ৰস্থান, আন ফালে সিংহৰণ আদিৰ প্ৰস্থান। )

## একাদশ দৃশ্য

### শিবিৰৰ একাংশ

চিন্তামগ্ন ভাৱত ৰাক্ষসৰ প্ৰবেশ

ৰাক্ষস। কি হব? জুই জ্বলি গল, নুমাব নোৱাৰি? তেতিয়াহলে মই কত থাকিম? আমি সকলো ফালৰ পৰা বুৰিলো নেকি?

সুবাসিনী। (প্ৰবেশ কৰি) সকলো ফালৰ পৰা বুৰিলা ৰাক্ষস। সময় থাকোতে তুমি সচেতন নহলা।

ৰাক্ষস। তুমি কৰপৰা ওলালাহি সুবাসিনী?

সুবাসিনী। তোমাক বিচাৰি আহোঁতে মোক ইয়াত বন্দী কৰিলে। এতিয়া উপায় কি? যাবানে?

ৰাক্ষস। কলৈ সুবাসিনী? ইফালে খাল, সিফালে পৰ্ব্বত। কলৈ যাম?

সুবাসিনী। এই যুদ্ধ বিপ্লব দেখি মোৰ বৰ ভয় লাগিছে। সোঁৱা, শুনা, ৰণবাদ্য বাজিব লাগিছে। এই ঠায়ো সুৰক্ষিত নহয়, মোক বচোৱা ৰাক্ষস।

( ভয়ৰ অভিনয় কৰে )

ৰাক্ষস। ( তেওঁক আশ্বাস দি ) মোৰ কৰ্ত্তব্যই মোক চিঞৰি আছে। প্ৰিয়া, মই যুদ্ধৰ পৰা পলাব নোৱাৰো, চন্দ্ৰগুপ্তৰ হাতত প্ৰাণ দিয়াতে মোৰ মঙ্গল। কিন্তু তোমাক...

( ইফালে সিফালে চাই, যুদ্ধৰ কোলাহল )

সুবাসিনী। ৰক্ষা কৰা!

ৰাক্ষস। ( উশাহ লৈ ) অদৃশ্য! দৈব প্ৰতিকূল। বলা, সুবাসিনী!

( দুয়োৰো প্ৰস্থান )

( কাৰ্ণেলিয়াৰ অকলশৰে প্ৰবেশ )

কাৰ্ণেলিয়া। ই কি! যদি পৰাজয় হোৱা নাই তেতিয়াহলে শিবিৰত আক্ৰমণ হল কেনেকৈ? ( ভাবি পেলাই ) কোনো চিন্তা নাই, গ্ৰীক বালিকায়ো প্ৰাণ দিব জানে। আত্মসন্মান—গ্ৰীকৰ আত্মসন্মান অমৰ হৈ থাকক! ( কটাৰী উলিয়াই ) শেষ সময়ত এবাৰ নাম লোৱাত কিবা অপৰাধ আছে নেকি?—চন্দ্ৰগুপ্ত!

( বিজয়ী চন্দ্ৰগুপ্তৰ প্ৰবেশ )

চন্দ্ৰগুপ্ত। এইয়া কি! ( কটাৰীখন হাতত লৈ থয় ) ৰাজকুমাৰী!

কাৰ্ণেলিয়া। তুমি নিৰ্দ্দয় চন্দ্ৰগুপ্ত। মোৰ বুঢ়া পিতাদেউক হত্যা কৰি পেলালা কিজানি। সম্ৰাট হলে চকুৰে তেজ চাবৰ কাৰণে আতুৰ হৈ উঠে নহয়?

চন্দ্ৰগুপ্ত। ৰাজকুমাৰী! তোমাৰ পিতাদেউৱা আহিব লাগিছে।

( সৈনিক সকলৰ মাজত চেলিউকচৰ প্ৰবেশ। )

কাৰ্ণেলিয়া। ( হাতেৰে মুখ ঢাকি ) আহঃ। বিজয়ী চেলিউকচো চন্দ্ৰগুপ্তৰ হাতত পৰাজিত হব লগীয়া হল।



চেলিউকচ। এৰা আই!

চন্দ্ৰগুপ্ত। যৱন সম্ৰাট! আৰ্য্য কেতিয়াও অকৃতজ্ঞ নহয়। আপোনাক সুৰক্ষিত ঠাইত থৈ যোৱা মোৰ কৰ্ত্তব্য আছিল। এতিয়া আপুনি সিন্ধুৰ এই পাৰত আপোনাৰ শিবিৰত আছে—গতিকে আপুনি মোৰ বন্দী নহয়। মই আহিছো।

চেলিউকচ। ইমান উদাৰতা!

চন্দ্ৰগুপ্ত। ৰাজকুমাৰী! পিতাদেউৰ এতিয়া বিশ্ৰামৰ আৱশ্যক; আকৌ আমি বন্ধুৰ নিচিনাকৈ মিলিত হব পাৰিম।

( সৈনিকৰ সৈতে চন্দ্ৰগুপ্তৰ প্ৰস্থান )

( কাৰ্ণেলিয়াই তেওঁ যোৱাৰ ফালে চাই থাকে )

## দ্বাদশ দৃশ্য

বাট। চাইবটিয়াচ্ আৰু মেগাস্থনীজ।

চাইবটিয়চ্। তেওঁ দেখোন আমাক মুক্ত কৰি দিছিল, কিন্তু তথাপি অৱৰোধ কিয়?

মেগাস্থনীজ। সমস্ত গ্ৰীক শিবিৰেই বন্দী। ই চন্দ্ৰগুপ্তৰ মন্ত্ৰী চাণক্যৰ ফাঁকিবাজি। মালৱ আৰু তক্ষশিলাৰ সৈন্য হিৰাতৰ বাটত ৰৈ আছে, গতিকে উলটি যোৱা অসম্ভৱ।

চাইবটিয়চ্। চাণক্য? তেওঁ চন্দ্ৰগুপ্তৰ ওপৰত খঙ কৰি কৰবালৈ গুচি গৈছিল নহয়? ৰাক্ষসে দেখোন সেই বুলি কৈছিল, সেইটো কথা মিছা আছিল নেকি?

মেগাস্থনীজ। সকলোৱেই ষড়যন্ত্ৰত লগ লাগিছে। ৰাক্ষসে সুবাসিনীক লৈ কাকো নোকোৱাকৈ শিবিৰক অৰক্ষিত অৱস্থাত এৰি থৈ পলাই গৈছে। এতিয়াও একো বুজিব পৰা নাই। ইফালে চাণক্যই আজি আকৌ মোক কৈছে যে মই ইটিগীনচৰ আক্ৰমণৰ সূচনা পাইছো।

( চেলিউকচৰ প্ৰবেশ )

চেলিউকচ। কি! ইটিগীনচ্!

মেগাস্থনীজ। হয় সম্ৰাট! এতিয়া বুজিব পৰা গৈছে যে ভাৰতীয়ই কিবা নিয়মৰ দ্বাৰাহে মিত্ৰতা কৰিব খুজিছে।

চেলিউকচ। তেতিয়াহলে গ্ৰীক কি ইমান কাপুৰুষ! যুদ্ধ হব চাইবটিয়চ্! আমি সকলো মৰিব লাগিব।

মেগাস্থনীজ। (চিঠি দি) ইয়াক পঢ়ি লওক, চীৰিয়াৰ ওপৰত ইটিগীনচৰ আক্ৰমণ ওচৰ চাপি আহিছে। আপোনাৰ সেই পূৰ্ব্বসঞ্চিত আৰু সুৰক্ষিত সাম্ৰাজ্য হেৰুউৱা উচিত নহব।

চেলিউকচ। (চিঠি পঢ়ি বেজাৰত) তেতিয়াহলে এওঁলোকে কি বিচাৰে?

মেগাস্থনীজ। সম্ৰাট! সন্ধি কৰিবৰ কাৰণে চন্দ্ৰগুপ্ত প্ৰস্তুত হৈ আছে। কিন্তু তেওঁলোকৰ নিয়ম বৰ কঠোৰ। তেওঁলোকে সিন্ধুৰ পশ্চিম ফালৰ প্ৰদেশৰ পৰা আৰ্য্যাবৰ্ত্তৰ প্ৰাকৃতিক সীমা নিষধ পৰ্ব্বতলৈকে বিচাৰিছে। আৰু.........

চেলিউকচ। ৰৈ গলা কিয়? কোৱা, সেই শব্দ লাগিলে যিমানে কটু হওক মই শুনিব খুজিছো।

মেগাস্থনীজ। চাণক্যই আৰু এটা জেঙ্গা লগাইছে। তেওঁ কৈছে যে 'চিকণ্ডৰৰ সাম্ৰাজ্যত যি ভাবী বিপ্লৱ আছে মই তাক ভালকৈয়ে জানো। পশ্চিমৰ ভবিষ্যৎ ৰক্তৰঞ্জিত, এই কাৰণে পূব ফালে যদি স্থায়ী শান্তি বিচাৰে তেতিয়াহলে গ্ৰীক সম্ৰাটে চন্দ্ৰগুপ্তক নিজৰ বন্ধু পাতি লওক।'

চেলিউকচ। সেইটো কেনেকৈ?

মেগাস্থনীজ। ৰাজকুমাৰী কাৰ্ণেলিয়াক সম্ৰাট চন্দ্ৰগুপ্তৰ লগত পৰিণয়বদ্ধ কৰি।

চেলিউকচ। অধম গ্ৰীক! তুমি ইমান পতিত!

মেগাস্থনীজ। ক্ষমা কৰক সম্ৰাট! কিন্তু সেই ব্ৰাহ্মণে কৈছে যে কাৰ্ণেলিয়াই আৰ্য্যাবৰ্ত্তৰ সম্ৰাজ্ঞী হব।

চাইবটিয়চ। কিন্তু ৰাজকুমাৰীৰো মতৰ প্ৰয়োজন।

চেলিউকচ। অসম্ভৱ! অতি অপমানজনক।

মেগাস্থনীজ। মোক ক্ষমা কৰা হওক সম্ৰাট! চন্দ্ৰগুপ্তৰ লগত ৰাজকুমাৰীৰ পূৰ্ব্ব পৰিচয় আছিল। কোনে জানে যে সেই অদৃশ্য প্ৰণয়ৰ সোণালী



ৰশ্মিৰ দ্বাৰা এজনে আনজনক আকৰ্ষিত কৰা নাই। সম্ৰাট চিকণ্ডৰৰ অভিযানৰ কথা স্মৰণ কৰক। মই সেই ঘটনা পাহৰা নাই।

চেলিউকচ। মেগাস্থনীজ! মই সেইটো জানো। এই যুদ্ধত কাৰ্ণেলিয়াই যিমান বাধা উপস্থিত কৰিছিল, সেই সকলো ইয়াৰ সাক্ষী; যদি তাইৰ মনত কোনো পূৰ্ব্ব স্মৃতি আছে, তথাপি,—তথাপি, নাজানো কিয়— সোঁৱা চোৱা, আহিব লাগিছে, তোমালোক অলপ আঁতৰ হৈ যোৱা চোন।

( চাইবটিয়চ আৰু মেগাস্থনীজৰ প্ৰস্থান, কাৰ্ণেলিয়াৰ প্ৰবেশ )

কাৰ্ণেলিয়া। পিতাদেউ!

চেলিউকচ। আই কাৰ্ণী!

কাৰ্ণেলিয়া। আপুনি চিন্তিত হৈ আছে কিয়?

চেলিউকচ। চন্দ্ৰগুপ্তক কেনেকৈ দণ্ড দিওঁ তাকে ভাবিছো।

কাৰ্ণেলিয়া। কিয় পিতাদেউ, চন্দ্ৰগুপ্তই কি অপৰাধ কৰিছে?

চেলিউকচ। এৰা, এতিয়া সেই বিষয়ে ভাবিব লাগিব। কাৰ্ণেলিয়া! ভীষণ যুদ্ধ হব, লাগিলে সেই যুদ্ধত দুয়ো পক্ষৰে সৰ্ব্বনাশ হৈ যাওক। তথাপি—

কাৰ্ণেলিয়া। যুদ্ধতো শেষ হৈ গল। এতিয়া মোৰ প্ৰাৰ্থনা শুনিবনে পিতাদেউ? জিৰণি লওক। চন্দ্ৰগুপ্তৰ কোনো অপৰাধ নাই, তেওঁক ক্ষমা কৰক পিতাদেউ। (আঁঠু কাঢ়ে)

চেলিউকচ। (কৃত্ৰিম খঙত) তোমাৰ দেখিছো পিতাক পৰাজিত কৰা মানুহৰ ওপৰত অসীম অনুকম্পা!

কৰ্ণেলিয়া। (কান্দি) মই স্বয়ং পৰাজিত হৈছো। মই অপৰাধ কৰিছো পিতাদেউ। বলক, এই ভাৰতৰ সীমাৰ পৰা মোক দূৰলৈ লৈ বলক। নহলে মই পাগল হৈ যাম।

চেলিউকচ। (তেওঁক বুকুত লৈ) এতিয়া মই বুজিছো কাৰ্ণী। তই সুখী হ আই। তই ভাৰতৰ সীমাৰ পৰা দূৰলৈ যাব নালাগে—তই ভাৰতবৰ্ষৰ সম্ৰাজ্ঞী হবি।

কাৰ্ণেলিয়া। পিতাদেউ!

(প্ৰস্থান)

## ত্ৰয়োদশ দৃশ্য

স্থান—দাণ্ড্যায়নৰ তপোবন, ধ্যানমগ্ন চাণক্য।

ৰাক্ষস আৰু সুবাসিনীৰ ভীত-ভাৱত প্ৰবেশ

ৰাক্ষস। চাৰিওফালে আৰ্য্য সৈন্য। কোনোফালে পলাবৰ উপায় নাই। এতিয়া কি কৰা যায় সুবাসিনী ?

সুবাসিনী। এইখন তপোবন ; ইয়াতে কোনো এঠাইত আমি লুকাই থাকো।

ৰাক্ষস। মই দেশদ্ৰোহী, ব্ৰাহ্মণদ্ৰোহী বৌদ্ধ! অন্তৰ কঁপি উঠিছে। কি হব ?

সুবাসিনী। আৰ্য্যৰ এই তপোবন হিংসা-দ্বেষৰ পৰা বহুত ওপৰত।

ৰাক্ষস। তেতিয়াহলে বলা কৰবালৈ—( আগফালে চাই ) সুবাসিনী! সৌৱা চোৱা—তেওঁ কোন ?

সুবাসিনী। ( চাই ) আৰ্য্য চাণক্য।

ৰাক্ষস। আৰ্য্য সাম্ৰাজ্যৰ মহামন্ত্ৰী এই তপোবনত!

সুবাসিনী। এয়েইতো ব্ৰাহ্মণৰ উদাৰতা ৰাক্ষস! ইয়াতেই মূৰ্খৰ নিবৃত্তিও প্ৰবৃত্তিমূলক হৈ যায়। চোৱা, এই সূৰ্য্য-ৰশ্মিৰ নিচিনা স্বপ্ন-গ্ৰহণ কিমান নিষ্কাম, কিমান নিবৃত্তিপূৰ্ণ।

ৰাক্ষস। সঁচাকৈয়ে মোৰ ভুল হৈছিল সুবাসিনী! এই মহাত্মাৰ ওচৰলৈ গৈ নিজৰ সকলো অপৰাধ স্বীকাৰ কৰি ক্ষমা ভিক্ষা কৰিবলৈ মোৰ ইচ্ছা হৈছে।

সুবাসিনী! তুমি ঠিক কৈছা। চোৱা—

( দুয়ো লুকাই )

চাণক্য। ( চকু মেলি ) আজিৰ এই অৰুণোদয় কিমান গৌৰবময়! হে সবিতা নাৰায়ণ! তোমাৰ আলোকে জগতৰ মঙ্গল কৰক। আজি যেন মই নিষ্কাম হৈ পৰিছো। মই বুজিব পাৰিছো যে আজিলৈকে যি কাম কৰিলো—সেই সকলো ভ্ৰম আছিল, আজিহে মোৰ আগলৈ বাস্তৱিক বস্তু আহিছে। আজি মই অন্তৰ্নিহিত ব্ৰাহ্মণত্ব উপলব্ধি কৰিব পাৰিছো।



আত্মা আৰু জ্ঞানৰ জ্যোতি নিৰ্ম্মল। তেতিয়াহলে মোৰ কৰ্ম্মই নিজৰ নিৰ্ম্মিত কুমাৰৰ চকাৰ পৰা কলহ তৈয়াৰ কৰি উলিয়ালেনেকি ? সঁচাকৈয়ে পুৱাৰ বতাহে সুখ-শান্তিৰ কামনাক লগত লৈ ধৰিত্ৰীক আলিঙ্গন কৰিছে। দেৱ! আজি মই ধন্য।

( আনফালে গছৰ জোপোহাৰ তলত মৌৰ্য্য। )

মৌৰ্য্য। ভাও! ৰক্ত আৰু প্ৰতিশোধ, ক্ৰূৰতা আৰু মৃত্যুৰ খেল চাই চাই মোৰ জীৱন অতীত হল, এতিয়া জানো মই এই সৰল পথত চলিব পাৰিম ? এই ব্ৰাহ্মণে চকু মুদা আৰু মেলা অভিনয় লাগিলে যেনেকৈয়ে নকৰক, কিন্তু মই! অসম্ভৱ! ই কি, মোৰ যেন তেজ গৰম হৈ উঠিছে। হৃদয়ত এক ভয়ানক চেতনা, এক অৱজ্ঞাৰ অট্টহাস, প্ৰতি-হিংসাৰ দৰে নাচিব লাগিছে। এই এটা দুৰ্ব্বল শৰীৰৰ সাধাৰণ মানুহে বিশ্বৰ সকলো অস্ত্ৰবলক তিৰস্কৃত কৰি বহি আছে। ইয়াৰ ডিঙিত তৰোৱাল থৈ চাওঁ, ই প্ৰাণ ভিক্ষা খোজেনে নোখোজে! সম্ৰাট চন্দ্ৰগুপ্তৰ বাপেকক অৱজ্ঞা! নহয়—নহয়, ব্ৰহ্মহত্যা হব, হওক—মোৰ প্ৰতিশোধ আৰু চন্দ্ৰগুপ্তৰ নিষ্কণ্টক ৰাজ!—( কটাৰী উলিয়াই চাণক্যক মাৰিব খোজে, সুবাসিনীয়ে লৰ মাৰি গৈ তেওঁৰ হাতত ধৰে। আনফালৰ পৰা অলকা, সিংহৰণ আৰু মাকৰ সৈতে চন্দ্ৰগুপ্তৰ প্ৰবেশ। )

চন্দ্ৰগুপ্ত। ( আচৰিত হৈ খঙত ) ই কি পিতাদেউ! সুবাসিনী, কোৱা, কথাটো কি হৈছিল ?

সুবাসিনী। মই দেখিলো যে সেনাপতিয়ে আৰ্য্য চাণক্যক মাৰিব খুজিছে, সেই কাৰণে মই এওঁক বাধা দিলো।

চন্দ্ৰগুপ্ত। গুৰুদেৱ প্ৰণাম! চন্দ্ৰগুপ্ত ক্ষমাৰ ভিক্ষাৰী নহয়, ন্যায় কৰিব খুজিছে। ভাঙ্গি কওক, মই সকলো বিৱৰণ শুনিব খুজিছো, আৰু পিতাদেউ আপুনি অস্ত্ৰ থৈ দিয়ক। সিংহৰণ! ( সিংহৰণ আগবাঢ়ি আহে )

চাণক্য। ( হাঁহি ) সম্ৰাট! ন্যায় কৰা ৰজাৰ কৰ্ত্তব্য, কিন্তু ইয়াত পিতৃ আৰু গুৰুৰ সম্বন্ধ, কৰিব পাৰিবা ?

চন্দ্ৰগুপ্ত। পিতাদেউ!

মৌৰ্য্য। এৰা চন্দ্ৰগুপ্ত, মই এই উদ্ধত ব্ৰাহ্মণক—সকলোকে অৱজ্ঞা কৰা

মহৎকাঙ্ক্ষীক হত্যা কৰিব খুজিছিলো, কৰিব নোৱাৰিলো। সেই কাৰণে দুঃখ হৈছে। এই কুচক্ৰপূৰ্ণ ৰহস্যৰ অন্ত কৰিব নোৱাৰিলো।

চন্দ্ৰগুপ্ত। পিতাদেউ, বোধকৰো আপুনি নিজেই ৰাজনীতিৰ কথা জানে। হত্যাৰ কাৰণে প্ৰাণদণ্ড হয় আৰু আপুনি গুৰুদেৱক—এই আৰ্য্য সাম্ৰাজ্যৰ নিৰ্ম্মাণকৰ্ত্তা ব্ৰাহ্মণক হত্যা কৰিবলৈ গৈ কিমান গুৰুতৰ অপৰাধ কৰিছিল!

চাণক্য। কিন্তু সম্ৰাট, সেই হত্যা হোৱা নাই, ব্ৰাহ্মণ জীৱিত আছে। এতিয়া ন্যায় বিচাৰৰ কাৰণে বিচাৰকৰ ওচৰত প্ৰাৰ্থনা কৰা নকৰা তেওঁৰ ওপৰত।

চন্দ্ৰগুপ্তৰ মাতা। আৰ্য্য চাণক্য!

চাণক্য। ৰবা দেবি!—(চন্দ্ৰগুপ্তক) মই প্ৰসন্ন হৈছো বৎস। ই মোৰ অভিনয়ৰ দণ্ড আছিল। আজিলৈকে মই যি কাম কৰিলো, এনেকুৱা কাম কৰা উচিত হোৱা নাই। সেই কাৰণে ঈশ্বৰে তাৰ প্ৰায়শ্চিত্ত কৰাব খুজিছিল। মই বিশ্বাস কৰো যে তুমি তোমাৰ কৰ্ত্তব্য পালন কৰিবা। ৰজাই ন্যায় কৰিব পাৰে, কিন্তু ব্ৰাহ্মণে ক্ষমা কৰিব পাৰে।

ৰাক্ষস। (প্ৰবেশ কৰি) আৰ্য্য চাণক্য। আপুনি মহান। মই আপোনাক অভিনন্দন জনাইছো। এতিয়া বিচাৰকে মোক মোৰ বিদ্ৰোহৰ অপৰাধৰ দণ্ড দিলে সুখী হম। সম্ৰাট আপোনাৰ জয় হওক।

চাণক্য। সম্ৰাট, আজিৰ কাৰণে মই অলপ অধিকাৰ পাম নেকি?

চন্দ্ৰগুপ্ত। আপুনি যি আদেশ দিব আজি সেয়েই হব গুৰুদেৱ।

চাণক্য। মোৰ কাৰো ওপৰত দ্বেষ নাই, কেৱল ৰাক্ষসৰ সম্বন্ধে অলপ সন্দেহ আছিল, কিন্তু আজি তাৰো ওৰ পৰিল। সম্ৰাট চেলিউকচ আহিবৰ হৈছে, তাৰ আগতে আমি নিজৰ সকলো বাদ-বিবাদ মিটাই পেলোৱা উচিত।

চন্দ্ৰগুপ্ত। যথা আজ্ঞা।

চাণক্য। আৰ্য্য শকটাৰৰ ভাবী জোঁৱাই অমাত্য ৰাক্ষসৰ কাৰণে মই মোৰ মন্ত্ৰীত্বৰ বাব এৰি দিছো। ৰাক্ষস! সুবাসিনীক সুখী কৰিবা।

(সুবাসিনী আৰু ৰাক্ষসে চাণক্যক সেৱা কৰে)

মৌৰ্য্য। আৰু মোৰ দণ্ড? আৰ্য্য চাণক্য, যদি মই ক্ষমা নোখোজো তেতিয়া? আত্মহত্যা কৰিম।



চাণক্য। মৌৰ্য্য, তোমাৰ পুত্ৰ আজি আৰ্য্যাবৰ্ত্তৰ সম্ৰাট—ইয়াৰ বেচি আৰু তুমি কি সুখ বিচাৰিছা? এতিয়া তুমি গৈৰিক বস্ত্ৰ গ্ৰহণ কৰা, ইয়াৰ দ্বাৰা তুমি নিজৰ অহঙ্কাৰ নাশ কৰিব পাৰিবা। বৎস চন্দ্ৰগুপ্ত! অমাত্য ৰাক্ষসক অস্ত্ৰ দিয়া। (মৌৰ্য্যই অস্ত্ৰ দলিয়াই দিয়ে। চন্দ্ৰগুপ্তই ৰাক্ষসক অস্ত্ৰ দিয়ে আৰু ৰাক্ষসে সবিনয়ে গ্ৰহণ কৰে।)

সকলোৱে। সম্ৰাট মৌৰ্য্য চন্দ্ৰগুপ্তৰ জয়!

(প্ৰতিহাৰীৰ প্ৰবেশ)

প্ৰতিহাৰী। সম্ৰাট চেলিউকচ শিবিৰৰ পৰা ওলাই আহিছে।

চাণক্য। তেওঁৰ অভ্যৰ্থনা ৰাজমন্দিৰতহে হোৱা উচিত, তপোবনত নহয়।

চন্দ্ৰগুপ্ত। আৰ্য্য, আপুনি জানো সেই সময়ত উপস্থিত নাথাকিব?

চাণক্য। দেখা যাব।

(সকলোৰে প্ৰস্থান)

## চতুৰ্দ্দশ দৃশ্য

### ৰাজ সভা।

(এফালৰ পৰা সদল-বলে চন্দ্ৰগুপ্ত, আৰু আন ফালৰ পৰা চাইবটিয়চ, মেগাস্থনীজ, এলিচ আৰু কাৰ্ণেলিয়াক লগত লৈ চেলিউকচৰ প্ৰবেশ, সকলো বহি যায়।)

চন্দ্ৰগুপ্ত। বিজয়ী চেলিউকচক মই অভিনন্দন জনাইছো—স্বাগতম্!

চেলিউকচ। সম্ৰাট চন্দ্ৰগুপ্ত। আজি মই বিজেতা নহয়, আৰু বিজিতৰ অধিকো নহয়। মই সন্ধি আৰু সাহায্যৰ কাৰণে আহিছো।

চন্দ্ৰগুপ্ত। একো চিন্তা নাই সম্ৰাট। আমি আগতে অস্ত্ৰ বিনিময় কৰিছো, এতিয়া হৃদয়ৰ বিনিময়।

চেলিউকচ। এৰা, কওক।

চন্দ্ৰগুপ্ত। ৰাজকুমাৰী, স্বাগতম্। গ্ৰীক শিবিৰত থাকোতে মই আপোনাৰ যি অনুগ্ৰহ পাইছিলো, তাৰ কথা পাহৰিব নোৱাৰো।

চেলিউকচ। এৰা কার্ণী। তাৰ কাৰণে চন্দ্ৰগুপ্তই কৃতজ্ঞতা জনাইছে।

কার্ণেলিয়া! মই আপোনাক ভাৰতবৰ্ষৰ সম্ৰাটৰূপে দেখিবলৈ পাই বৰ সুখী হৈছো।

চন্দ্ৰগুপ্ত। অনুগৃহীত হৈছো। (চেলিউকচক) ইটিগীনচৰ লগত যুদ্ধ হব। সম্ৰাট চেলিউকচ, আপোনাৰ সহায়ৰ কাৰণে গজ সৈন্য পঠোৱা হব। হীৰাতত আপোনাৰ যি প্ৰতিনিধি থাকিব, তেওঁৰ পৰা বাতৰি পালে আপোনাৰ সহায়ৰ কাৰণে আৰ্য্যাবৰ্ত্ত সাজু হৈ আছে।

চেলিউকচ। এই কাৰণে ধন্যবাদ জনাইছো। সম্ৰাট চন্দ্ৰগুপ্ত, আমি যেন আজিৰ পৰা মিত্ৰতাৰ দৃঢ় বান্ধোনত বান্ধ খাওঁ। পৰস্পৰৰ সুখ-দুখ পৰস্পৰৰ কাৰণে হওক। কিন্তু এটা অভিলাষ মনত ৰৈ যাব।

চন্দ্ৰগুপ্ত। সেইটো কি?

চেলিউকচ। সেই বুদ্ধিৰ সাগৰ, আৰ্য্য সাম্ৰাজ্যৰ মহামন্ত্ৰী চাণক্যক চাবলৈ মোৰ বৰ অভিলাষ আছিল।

চন্দ্ৰগুপ্ত। তেখেতে বিৰক্ত হৈ শান্তিময় জীৱন যাপন কৰিবলৈ ঠিক কৰিছে।

(হঠাৎ চাণক্যৰ প্ৰবেশ, সকলোৱে উঠি সেৱা কৰে।)

চেলিউকচ। আৰ্য্য চাণক্য, মই আপোনাক অভিনন্দন জ্ঞাপন কৰিছো।

চাণক্য। সুখী হোৱা চেলিউকচ, আমাৰ ভাৰতীয় ব্ৰাহ্মণৰ ওচৰত সকলোৰে কল্যাণ কামনাৰ বাহিৰে আৰু কি আছে, যাৰ দ্বাৰা অভ্যৰ্থনা কৰিম? মই আজিৰ এই দৃশ্য চাই চিৰবিশ্ৰামৰ কাৰণে সংসাৰৰ পৰা ওলাই যাব খুজিছো।

চেলিউকচ। আৰু ময়ো সন্ধি কৰি স্বদেশলৈ উলটি যাব খুজিছো। আপোনাৰ আশীৰ্ব্বাদৰ বৰ অভিলাষ আছিল। সন্ধিপত্ৰ······

চাণক্য। কিন্তু সন্ধিপত্ৰ স্বাৰ্থতকৈ প্ৰবল নহয়, হস্তাক্ষৰে তৰোৱালক ৰখাবলৈ অসমৰ্থ প্ৰমাণিত হব পাৰে। তোমালোক দুয়ো সম্ৰাট, দুয়ো অস্ত্ৰ-ব্যৱসায়ী, গতিকে আকৌ সংঘৰ্ষ হৈ যোৱা একো আচৰিত কথা নহয়। স্নেহ কাৰণে বালুকাপূৰ্ণ দুই পাৰৰ মাজত এক নিৰ্ম্মল স্ৰোতস্বিনী থকা অতি আৱশ্যক।

চেলিউকচ। সেইটো কেনেকৈ?



চাণক্য। গ্ৰীকৰ গৌৰৱ-লক্ষ্মী কাৰ্ণেলিয়াক মই ভাৰতৰ কল্যাণী পাতিব খুজিছো। এয়েই ব্ৰাহ্মণৰ প্ৰাৰ্থনা।

চেলিউকচ। মই ইয়াত খুব সুখী হম, যদি···

চাণক্য। যদিৰ কোনো কাম নাই, কাৰণ মই জানো যে ইয়াত দুয়ো সন্তুষ্ট আৰু সুখী হব।

চেলিউকচ। (কাৰ্ণেলিয়াৰ ফালে চাই, কাৰ্ণেলিয়াই লাজত তলমূৰ কৰে।) তেতিয়াহলে আহাঁ আই·· আহাঁ চন্দ্ৰগুপ্ত।

(দুয়ো চেলিউকচৰ ওচৰলৈ যায়, চেলিউকচে তেওঁলোকৰ হাতত হাত মিলাই দিয়ে। পুষ্প বৰ্ষণ আৰু জয়ধ্বনি)

চাণক্য। (মৌৰ্য্যৰ হাতত ধৰি) আহাঁ, এতিয়া আমি যাওঁ।

যৱনিকা